প্ৰকাশক
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি-এল
**লয়াৰ্ছ বুক ষ্টল**
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ
জুলাই ॥ ১৯৭০

মূল্য ॥ চাৰি টকা মাত্ৰ

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

অসমৰ এজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিকে উপদেশ দিছিল—"অসমীয়া ভাষাত যি নাই, তাকেই লিখিবা।" উপদেশটো ভাল লাগিছিল।

অসমীয়া ভাষাত গা গৰম কৰি দিয়া অশ্লীল সাহিত্য নাই। সকলো জ্ঞানীলোকে একেদৰে ভাবে বাবেই নেকি—হঠাতে কেবাখনো অশ্লীলতাৰ গোন্ধ থকা কিতাপ অসমীয়া ভাষাত প্ৰকাশ পালে। বাকী থাকিল অকল ৰহস্য উপন্যাস। অৱশ্যে ৰহস্য উপন্যাস যিসকলে সাহিত্য বুলি কব নোখোজে তেখেতসকলৰ লগত মই প্ৰায় একমত।

ৰহস্য উপন্যাসৰ মূল বস্তু হৈছে ঘটনাটো শেষ কৰাৰ কায়দাটো, অৰ্থাৎ পালোৱানৰ ভাষাত পেচ। কিছুমান ৰহস্য উপন্যাস লিখকে প্ৰত্যেকখন কিতাপ একেটা পেচ মাৰিয়ে শেষ কৰে, আৰু কিছুমান লিখকে নতুন নতুন পেচ বিচাৰি উলিয়ায়। দ্বিতীয় বিধ লিখক প্ৰথম বিধতকৈ শ্ৰেষ্ঠ হলেও সদায় জনপ্ৰিয় নহয়। সৰু ল'ৰা-ছোৱালীয়ে সন্ধিয়া হলেই আইতাকক—"ৰজাৰ ল'ৰা আৰু গৰখীয়াৰ সাধুটো ক" বুলি কোৱাৰ দৰে বহু পাঠক-পাঠিকাই একে ধৰণৰ কিতাপ বা নায়কৰ ভক্ত হৈ পৰে। লিখকৰ যিহেতু এয়েই প্ৰথম প্ৰচেষ্টা, এতিয়াই কোৱা টান তেওঁ কোন শ্ৰেণীভুক্ত হব; নে 'এয়েই প্ৰথম এইয়েই শেষ' হয়।

আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু পোলেণ্ডত এই কিতাপত বৰ্ণিত ধৰণৰ কেবাটিও চোৰাংচোৱাৰ ঘটনা খবৰৰ কাগজত বৰ্ণিত হৈছে। তেনে ঘটনাৰ লগতে মিহলি হৈ গৈছে এই লিখকৰ কল্পনা আৰু অভিজ্ঞতা।

কিতাপত বৰ্ণিত ঘটনা আৰু চৰিত্ৰ আটাইবোৰ কাল্পনিক। যদি কোনোবাই ভাবি লয় যে কিতাপত বৰ্ণিত ঘটনাবোৰ কোনো বিশেষ ঘটনাৰ আলম লৈ লিখা হৈছে, তেনেহলে কম—কল্পনা বাস্তবৰ বৰ ওচৰেৰে গৈছে।

গুৱাহাটী বিশ্ববিদ্যালয় — ***প্ৰণৱজ্যোতি ডেকা***
২১. ৭. ১৯৬৯

# উছৰ্গা

ৰহস্য উপন্যাস পঢ়াৰ বাবে যি সকলে পঢ়াশালিত আৰু ঘৰত বিভিন্ন কটু মন্তব্য শুনিছিল বা শুনি আছে, তেখেত সকলৰ হাতত।

ডঃ প্ৰণৱজ্যোতি ডেকা

## ॥ এক ॥

শ্বিলঙৰ বতাহ, সৰল গছৰ মাজে মাজে বাৰিষাৰ ঢলৰ দৰে হৌ-হোৱাই বৈ যায়। লগতে কিণ্‌কিণীয়া বৰষুণ। মানুহে নাম দিছে কেৰাণী মৰা বৰষুণ।

হাতৰ ছাতিটো ঘৰৰ কোণত থৈ জাৰত ঠেৰেঙা লগা হাত দুখন জুইকুৰাৰ আগত মেলি ধৰিলে হৰিচৰণ ভট্টাচাৰ্য্যই। সাপৰ দৰে একা-বেকাকৈ পানী এধাৰি বৈ আহিল ছাতিটোৰ পৰা। হৰিচৰণ বাবুৰ ভৰিৰ ওচৰলৈ। "অ, হৰিচৰণ বাবু, আপোনাৰ ছাতিটো তাৰ পৰা গুচাব। বাহিৰত তো পানীয়েই এতিয়া, অফিচতো পানী।" ভোৰ-ভোৰাই উঠিল, অলপতে কামত সোমোৱা গোলক মহন্তই।

ছাতিটো লৰালৰিকৈ বাৰান্দাত উলিয়াই থৈ হৰিচৰণ ভট্টাচাৰ্য্যই আহি নিজৰ টেবুলত বহিল। গুকান কাহৰ শব্দেৰে অফিচটো ভৰি পৰিল।

"আপুনিনো এই বৰষুণ খনত অফিচলৈ আহিব লাগেনে, বয়স হ'ল, এতিয়া পেন্সন লৈ সুখত থাকিব লাগে। সন্ধিয়া একোবাৰকৈ ৺কালীবাৰীত যাব, দুপৰীয়া ফস্তি মাৰি শুই থাকিব। তাকে নকৰি, বছৰি বছৰি এক্‌স্টেন্‌সন্ লৈ আছে। নিজৰ দেহৰ পিনেয়োতো চাব লাগে।" মাত দিলে প্ৰায় সমবয়সী পূৰ্ণেন্দু চক্ৰবৰ্ত্তীয়ে।

"আৰু এক বছৰ, এই বছৰ কোনো ৰকমে বৰুণক বি-এটো

পাচ কৰাই কৰবাত সোমাই দিব পাৰিলেই বচ্, একদম কাশীত গৈ গুৰুৰ আশ্ৰয় লম। ডাক্তৰেও কৈ আছে—'বাচি থাকিবৰ ইচ্ছা আছে যদি হৰিচৰণ বাবু শ্বিলং এৰক। বস্তুবো যি দাম হৈছে! আজি দুসপ্তাহ মাছেই দেখা নাই। মই বাৰু বুঢ়াই হৈছো, ছোৱালীজনীয়েও মাছ নাখায়, কিন্তু বৰুণটো ডেকা লৰা, দুয়ো সাজনো কেনেকৈ ডাইল-ভাত খাব? কিন্তু আমি গলে পূর্ণেন্দু-বাবু, এই চোক্ৰাবোৰে যে কি কৰি অফিচ চলাব! কালি এই গোলককে কলো ফাইল এটা উলিয়াৰ বাবে। দুঘণ্টামান ধৰি ফাইলটোকে……।" কাহৰ কোবত শেষ কৰিব নোৱাৰিলে হৰিচৰণ ভট্টাচাৰ্য্যই কথাখিনি।

"আপোনাক চাহাবে চালাম দিছিল।" কাহৰ কোব অলপ কমাত পূর্ণেন্দু চক্ৰৱৰ্ত্তীয়ে কলে।

"চালাম দিছিল মানে?"

"কিয়, নাজানে এইটো হৈছে 'সৌজন্যতা সপ্তাহ'। এইটো সপ্তাহত 'এই অমুকক মাত বুলি নকয়। চাপ্ৰাচীৰ হতুৱাই চালাম দিয়াই। আপুনিহে একো মন নকৰে। নিজৰ ফাইল লৈ পৰি আছে।"

"চাহাবে বা আকৌ কিয় মাতিছে? ভাবিছিলো আজি শনিবাৰ অলপ আগতে গৈ শুই থাকিম, গাটো বৰ ভাল লগা নাই। জোতাযোৰো তলি এবোৰা, মোজাথোৰ তিতি গৈছে। যোৱাবাৰ অসুখ হওঁতে ডাক্তৰে কৈছিল 'হৰিচৰণ বাবু, বাচি থাকিবৰ ইচ্ছা আছে যদি ভৰি নিতিতাব'।"

"আপুনি অলপ সোনকালে যাওক। মতাৰ প্ৰায় আধা ঘণ্টা মানেই হল। অধিকাৰী চাহেবৰ মেজাজও বৰ ভাল নহয় যেন লাগিল। কালি অলপ বেচিকৈ টানিলে নেকি?"

আধাঘণ্টা মান পাচত ঘূৰি আহিল হৰিচৰণ বাবু। লগত চাপ্ৰাচী জ্ঞান বাহাদুৰ, তাৰ হাতত এদম ফাইল। "ছয় বজাৰ



আগতে ঘৰলৈ যোৱা নহব আজিও। গোটেই কেইটা জৰুৰী ফাইল।" বিশেষ কাকো লক্ষ্য নকৰাকৈ কলে হৰিচৰণ বাবুৱে।

"আপুনি ভাল পুৰণি ধৰণে কাম কৰি আছে। মোৰ লৰাটো এ-জি অফিচত কাম কৰে। সিহঁতৰ হেনো আটাইতকৈ আগে মানে এসপ্তাহত, তৎক্ষণাৎ মানে দুসপ্তাহত আৰু অত্যন্ত জৰুৰী বুলিলে এমাহত কামটো কৰি দিব লাগে। আৰু ফাইলত যদি অকল জৰুৰী লিখা থাকে তেনেহলে পেলাই থৈ দিয়ক ফাইল, যাৰ গৰজ সি নিজে আহিব!"

চকুত চচ্মাযোৰ লৈ হৰিচৰণ বাবু বহিল ফাইল লৈ। জীৱনত মাত্ৰ এই একেটাই বস্তু। যিটো হৰিচৰণ বাবুৱে বুজি পায় এবাৰ চালেই। প্ৰত্যেক ফাইলত একেটাই কথা—"কাৰণ দেখুৱাওক —বিনা অনুমতিত বাস কৰা বিদেশী হিচাবে আপোনাক কিয় ভাৰতৰ পৰা উলিয়াই পঠোৱা নহব।" অথবা "প্ৰমাণ কৰক আপুনি ১৯৫০ চনৰ পৰা ভাৰতত স্থায়ী ভাবে বাস কৰিছে।" কংজনীয়ে দি যোৱা চাহ কাপ লাহে লাহে চেঁচা হৈ ওপৰত বগা পাতল চামনি বান্ধি গল।

"চাহাব আপকো চালাম দিয়া।" জ্ঞান বাহাদুৰৰ গেৰগেৰীয়া মাতত উচপ খাই উঠিল হৰিচৰণ বাবু।

"গৈছো, গৈছো, যাব ধৰিছো বুলি কগৈ।"

অধিকাৰী চাহাবৰ ৰুমৰ পৰা যেতিয়া ওলাই আহিল হৰিচৰণ বাবু, খণ্ডতে তেখেতৰ কাণ-মূৰ ৰঙা পৰি গৈছে।

"এইবোৰেই আমাৰ ৰেচ্পনচিব্ল্ অফিচাৰ! ইহঁতকেই পুৰা গধূলি চাৰ বুলি চালাম মাৰিব লাগে।"

"কি হল হৰিচৰণ বাবু? চাহাবে কি কলে?" নিজৰ টেবুলৰ পৰা উঠি আহিল পূর্ণেন্দু চক্ৰৱৰ্ত্তী।

"চাহাব, এইবোৰ আকৌ চাহাব! বুথ চাহাবৰ দিনৰ পৰা মই এই অফিচত আছো। কোনো অফিচাৰে কব পৰা নাই

হৰিচৰণ ভট্টাচাৰ্য্যই কামত ফাকি দিছে বুলি। আজি মোক সিদিনাৰ লৰা গৌৰী অধিকাৰীয়ে কয়—'কাম কৰিব নোৱাৰে যদি পেন্সন নলয় কিয় ?' মোক কয় কামৰ কথা।"

"আচল কথাটোনো কি ? কি লৈ লাগিল আপোনাৰ চাহাবৰ লগত ?"

"সেই ফাইল কেইটা, যোৱা সপ্তাহত মই যি কেইটা কেচ পুলিচ এন্‌কোৱাৰি হব লাগে বুলি লিখি পঠিয়াইছিলো। আমাৰ চাহাবে আজিহে ফাইল কেইটা খুলি চালে। মোক কয়—'চাৰ্টিফিকেট্‌বোৰ ইচু হোৱা নাই কিয় ?' মই কলো—'মোৰ নোটটোতেই আছে যে প্ৰত্যেকটো কেচতেই কিবা এটা নহয় কিবা এটা গোলমাল আছে। পুলিচ এন্‌কোৱাৰি কৰাই সন্দেহবোৰ গুচাই লোৱাই ভাল।' মোক কয়, 'আপুনি ইয়াত বহি চাহ খাই সন্দেহ কৰি থাকিলেই হল, সিপিনে পাবলিকে চাফাৰ কৰে সেইটো মনত নপৰে।' মই কলো—'চাৰ, তেনেহলে মোৰ নোটৰ তলতে লিখি দিয়ক চাৰ্টিফিকেট ইচু কৰিব লাগে বুলি। পিচত কিবা গোলমাল লাগিলে মোৰ মূৰত আহি পৰিব।' অধিকাৰী চাহাবে কয়—'মই কৈছো নহয় সকলো দায়িত্ব মই লৈছো বুলি।' মই কওঁ—'চাৰ, লিখিত হুকুম নহলে মই চাৰ্টিফিকেট কেইখন ইচু কৰিব নোৱাৰো।' অধিকাৰীয়ে কয়—'কাম কৰিব নোৱাৰে যদি পেন্সন নলয় কিয় ?' কোঠাত যে বাহিৰৰ মানুহ বহি আছিল, তালৈ তো চাব লাগিছিল। ইহঁতে আকৌ সৌজন্যতা সপ্তাহ পাতে !'

"আমাৰ অধিকাৰী চাহাব দায়িত্ব লোৱাত ভাল।" ঘৰৰ কোণৰ পৰা মাত দিলে গোলোক মহন্তই। "সিদিনা মই ফাইল এটা লৈ গৈছো, দেখো অধিকাৰী চাহাবে গহীনাই ফোনত কাৰোবাক কৈছে—'ইয়েচ, অধিকাৰী স্পিকিং।' তাৰ পিচতে চাওঁ মুখৰ চেহেৰা একেবাৰে সলনি হৈ গৈছে চাহাবৰ। 'হয় চাৰ, মই চাৰ, অধিকাৰী চাৰ। এ, হয় নেকি চাৰ ? মোৰ ডিপাৰ্টমেণ্টৰ পৰা



গৈছে চাৰ ? মই ফাইলটো দেখাই নাই চাৰ। কেৰাণীবোৰে যে আজি-কালি কি কাম কৰে ধৰিবই নোৱাৰি চাৰ। অফিচলৈ অকল চাহ খাব আৰু ৰাজনীতি কৰিব আহে। মই এতিয়াই চব চাই ঠিক কৰি দিছো চাৰ। আপোনাৰ তাত কাগজখনৰ ৰেফাৰেন্সটো হব নেকি চাৰ ?'—মই লৰালৰিকৈ দৰ্কাৰী ফাইলটো উলিয়াই দিলো অধিকাৰী চাহাবক। প্ৰত্যেকখন কাগজত অধিকাৰী চাহাবে চহী কৰি থৈছে আৰু চেক্ৰেটাৰীক কয়—"কেৰাণীবোৰে আজি-কালি কি কাম কৰে ধৰিবই নোৱাৰি !" অধিকাৰীৰ মাতটো অবিকল নকল কৰি কয় গোলোক মহন্তই।

"সেইবোৰ বাদ দিয়ক হৰিচৰণ বাবু। বোলক চিনেমা চাব যাওঁ। আপুনি নিশ্চয় দহ বছৰ ধৰি চিনেমা চোৱা নাই। কেলভিনত যে এখন চিনেমা আহিছে, লিজা টেইলৰ—আঃ—" নিজৰ আঙুলিকেইটা মুখৰ ওচৰলৈ আনি সশব্দে চুমা খায় গোলোক মহন্তই। "নেযায় ? মই গলো চিনেমা চাব। চাহাবে বিচাৰে যদি কব এই মাত্ৰ উভটি আহিম।" ছাতিতো লৈ গোলক মহন্তই সিদিনাখনৰ বাবে অফিচ এৰিলে।

"এই ছোকৰাটো বেয়া নাছিল। অকল কাম শিকাত কোনো আগ্ৰহ নাই।" হৰিচৰণ ভট্টাচাৰ্য্যই প্ৰায় নিভাজ অসমীয়া কয় যদিও ছোকৰা শব্দটোৰ প্ৰতি তেখেতৰ পক্ষপাতিত্ব আছে।

এজন এজনকৈ সহকৰ্মী সকলে অফিচ এৰি যায়। নতুন ফিয়াটত সশব্দে ওলাই গ'ল অফিচ এলেকাৰ পৰা গৌৰী অধিকাৰী। কোনোবাই লাইট কেইটা জলাই দিয়াত পোহৰ হৈ পৰে অফিচৰ কোঠালি কেইটা।

ঘৰলৈ যাব ওলাই দুৱাৰ-মুখৰ পৰা পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীয়ে কয়, "কি হৰিচৰণ বাবু, নাযায় নেকি ঘৰলৈ—মই অলপ আগতে যাওঁ, পাৰিলে বৰবজাৰত সোমাই যাম। শনিবাৰ—মাছ বা মাংস কিবা অলপ নিব লাগিব।"

"কিনো ঘৰলৈ যাব? বৰুণকতো ঘৰত দেখাই নাপায়। ছোৱালী জনীয়ে ঘৰ পোৱাৰ লগে লগে আৰম্ভ কৰিব বৰুণৰ ইটো নাই, বৰুণৰ সিটো নাই। ইপিনে গুণধৰ বৰুৱে তুবছৰ ধৰি বি-এটোকে পাচ কৰিব পৰা নাই।" ফাইলৰ পৰা মূৰ নোতোলাকৈয়ে উত্তৰ দিলে হৰিচৰণ ভট্টাচাৰ্য্যই।

হৰিচৰণ ভট্টাচাৰ্য্যই যেতিয়া ফাইল বন্ধ কৰি চচ্‌মাযোৰ চোলাৰ জেপত ভৰালে, অফিচত চকীদাৰৰ বাহিৰে আৰু আন কোনো মানুহ তেখেতৰ চকুত নপৰিল। বেৰত ওলোমাই থোৱা ডাঙৰ ঘৰীটোত প্ৰায় ছয় বাজে।

চকীদাৰ মনবাহাদুৰক লাইটবোৰ নুমাই ঘৰটো বন্ধ কৰিব দি হৰিচৰণ বাবু বাৰান্দালৈ ওলাই আহিল। বাহিৰত ধাৰাষাৰ বৰষুণ। তেখেতৰ মনত খেলিলে ডাক্তৰৰ কথা, 'বাচি থাকিবৰ ইচ্ছা আছে যদি ভৰি নিতিতাব।'

"তুৰ্গা-তুৰ্গা, তুৰ্গা-তুৰ্গা" ছাতিটো মেলি অফিচৰ বাৰান্দাৰ পৰা নামি গ'ল হৰিচৰণ ভট্টাচাৰ্য্যই।

## ॥ দুই ॥

গাড়ীৰ সন্মুখৰ বাম্পাৰ ডালত ভাল গোৰ এটা সোধাই দিলে জ্যোতিষ বৰুৱাই। দৰ্শকৰ সংখ্যা এজন তুজনকৈ বাঢ়ি গৈ আছে, ইপিনে গাড়ী ষ্টাৰ্ট হোৱাৰ কোনো উম-ঘামেই নাই।

"অলপ ঠেলি দিলে ষ্টাৰ্ট হয় নেকি?"—কোনোবা এজনে কলে। "গাড়ীখন মিউজিয়মত জমা দিব লাগে"—আন এজনে টিপ্পনী কাঢ়িলে।

আচলতে কিন্তু গাড়ীখন যাতুঘৰত থবলগীয়া পুৰণি নহয়। বৰুৱাই গাড়ীখন পাইছিল উত্তৰাধিকাৰ সূত্ৰে দেউতাকৰ পৰা। দেউতাকে আকৌ কিনিছিল যুদ্ধৰ পিছত কোনোবা কেপ্তেইন নে মেজৰৰ পৰা। হেণ্ডেল দাল গাড়ীৰ ভিতৰত থৈ হৰ্নটো বজাই চালে। বেটাৰী ঠিকেই থকা যেন লাগিল। এইবাৰ নামিল ৰেন্সপাত হাতত লৈ। এয়াৰ ক্লিনাৰটো খুলি চাই তেওঁ দেখিলে যে কাৰ্বুৰেটৰত এটোপাও তেল নাই।

"কালি মাত্ৰ তেল লৈছো, শেষ হলেই নে?" নিজকে নিজে কৈ উঠিল জ্যোতিষ বৰুৱাই। ছিটৰ তলৰ পৰা কামি এচটা লৈ তেলৰ টেঙ্কিটোত ভৰাই উলিয়াই আনিলে। তেল প্ৰায় পাঁচ আঙ্গুলি মান আছে। তেলৰ টেঙ্কিৰ সাফৰটো মাৰি জ্যোতিষ বৰুৱাই এইবাৰ গাড়ীৰ পিছ পিনৰ বাম্পাৰ ডালত গোৰ এটা সোধালে। গোৰটো মাৰি মনটো ভালেখিনি পাতল যেন লাগিল। তাৰ পিছত তেলৰ টেঙ্কৰ সাফৰটো খুলি প্ৰাণপণে মাৰিলে তুটা ফু!

ষ্টাৰ্টাৰ ডালত টান মাৰোতেই ইঞ্জিনটো ঘৰ্-ঘৰাই উঠিল।

তাৰ পিছতেই ঘট্-ঘট্ কৰি কঁপি কঁপি বন্ধ হৈ গল ইঞ্জিন। দ্বিতীয়বাৰ ষ্টাৰ্টাৰ ডালত টান মাৰোতে ইঞ্জিনৰ নিয়মীয়া ধৰ্-ধৰ্ শব্দই জ্যোতিষ বৰুৱাক জনাই দিলে যে ইঞ্জিনলৈ তেল আহিছে।

ড্ৰাইভাৰৰ আসনৰ পৰা মুখখন উলিয়াই জ্যোতিষ বৰুৱাই দেখে দৰ্শকবোৰৰ মুখত স্পষ্ট নিৰাশাৰ চাপ। গাড়ীখন অলপ দূৰ নি টপ্‌গিয়াৰ দিয়াৰ পিছতেই তেখেতৰ গোটেই খিনি খং পৰিলগৈ নিজৰ মাকৰ ওপৰত। মাকৰ ওপৰত খং উঠাৰ অৱশ্যে কেবাটাও কাৰণ আছিল।

প্ৰথম কাৰণটো হল, চাকৰি পোৱাৰ পিছতে মাকে কলে, দেউতাৰৰ গাড়ীখন তয়ে লৈ যা; ককায়েৰে হেনো চৰকাৰী গাড়ী পাব; গাড়ীখন ইয়াত এনেয়েহে পৰি থাকিব।

দ্বিতীয় কাৰণটো তাতোকৈ ডাঙৰ। শ্বিলঙত পোষ্টিং হোৱা খবৰ পোৱাৰ পৰা মাকে খেচ্-খেচাই আছে, "অঁ ভালেই হ'ল তোৰ শ্বিলঙত পোষ্টিং হৈছে। গৈয়ে দদায়েৰক লগ ধৰিবি, তহঁতৰ একে পুলিচতে আছে, তোৰ কাম-কাজতো সুবিধা হব।"

"আমাৰ একুৰি দহজন দদাইদেউৰ ভিতৰত শ্বিলঙৰ পুলিচত আকৌ কোন আছে? এজনক জানো, ডি-পি-আই নে তেনে কিবা এটা অফিচত কাম কৰে।"

"কিয়, ৰবীন, তোৰ দেউতাৰাৰ পেহীয়েকৰ ল'ৰা; আগতেযে গুৱাহাটীত আছিল।"

"লগ পালেই যে কাম থকা বুলি কয়"—বৰুৱাই সুধিলে।

"যাবি বোপাই, যাবি। খুৰীয়েৰে ভাল পাব। ইয়াতে থাকোতে মাছেই হক পচুই হক কিবা অলপ পালেই আমালৈ এভাগ দি পঠাইছিল।"

"তহঁতে কিয় সেইবোৰ মাছ পচু লৈছিলি?"

"তই হবপায় খোৱা নাছিলি?" মাকে ঘূৰাই সুধিলে। ইয়াৰ



ওপৰত আৰু কোনো কথা নচলে। কিন্তু ৰবীন হাজৰিকাৰ তালৈ যোৱা আৰু হৈ উঠা নাছিল।

যোৱা ৰবিবাৰে গুৱাহাটীলৈ যাওঁতে মাকে আকৌ সুধিলে, "তই গৈছিলি নে নাই দদায়েৰৰ তালৈ?" সেয়েহে জ্যোতিষ বৰুৱাই ভাবিছিল কনক গোস্বামীৰ তালৈ যাওঁতে বাটত সোমাই মাতটো দি যাব। খুৰীয়েকে আকৌ তেওঁক দেখিয়েই নোপোৱাই পোৱা দিলে। কয়, "আহিছা যে বৰ ভালো পালো, দুপৰীয়াৰ সাজ ইয়াতেই খাই যাবা। তুমি অলপ ফুৰি চাকি আহাগৈ। ঠিক বাৰ বজাত কিন্তু আহি পাব লাগিব। দেৰী কৰিলে ঠাণ্ডা ভাত খাবা।"

"খুৰীদেউ, দদাইদেউ ক'ত?" নিতান্ত ভদ্ৰতা দেখুৱাই জ্যোতিষ বৰুৱাই সুধিলে।

"তোমাৰ দদাইদেউৰা থানাৰ পিনে ওলাই গৈছে। ভালেই হ'ল, তুমি সিপিনে যোৱা যদি অলপ আগতেই ফিৰিব কবা।"

জ্যোতিষ বৰুৱাৰ অষ্টিনখন যেতিয়া সদৰ থানাৰ চৌহদত সোমাল, চিপাহী এজনে বৰ কাঁহত দহোটা কোব মাৰি উঠিছে মাত্ৰ, ৰিংৰিঙনি এতিয়াও মাৰ যোৱা নাই। বৰুৱাই নিজৰ হাত-ঘৰীটো চাই কৈ উঠিল, "হয় ইহঁতৰ ঘড়ী তিন মিনিট ফাষ্ট, নহলে মোৰ ঘড়ী তিনি মিনিট স্লো।"

থানাত ৰবিবাৰৰ ৰাতিপুৱাৰ অলসতাৰ চিন চাৰিওপিনে। হাৱলদাৰ এজনে মাটীয়া ৰঙৰ বহী এখনত ক'লা কলমাৰিৰ সহায়ত আঁচ টানি আছে। এচ-আই এজনে বাৰান্দাত থিয় হৈ থকা খাছীয়া কেইজনক হাত জোকাৰি জোকাৰি কিবা বুজাব ধৰিছে। জ্যোতিষ বৰুৱাৰ ভাব হ'ল এচ-আই জনে নিশ্চয় খাছীয়া ভাষাৰ জ্ঞানৰ অভাব হাতৰ জোকাৰণিৰে পূৰাব ধৰিছে। এমিনিট কাল নিৰৱে থিয় হৈ, থকাৰ আৰু দুবাৰ সশব্দে শুকান কাহ মৰাৰ পিছতো হাৱলদাৰ জনে আঁচ টনাৰ দৰে জৰুৰী কাম এৰি মুখ তুলি নাচালে।

জ্যোতিষ বৰুৱাই কাৰো মনোযোগ আকৰ্ষণ কৰিব নোৱাৰি ঠিক কৰিলে ফিৰাই ভাল। এনেতে ঘৰৰ চুকত যেন কিবা এটা লৰি উঠিল। তেতিয়াহে বৰুৱাৰ চকুত পৰিল ঘৰৰ কোণত আন এজন এচ-আইয়ে কাঠি এডালেৰে নিজৰ দাঁতৰ ফাকৰ পৰা আগদিনা-খন বন্দী হোৱা তামোলবোৰ বহিস্কৃত কৰাত ব্যস্ত। জ্যোতিষ বৰুৱাই তেওঁকে লক্ষ্য কৰি সুধিলে—"ও-চি হাজৰিকাক ক'ত লগ পাব পাৰিম ?" হাতৰ কাঠি ডালেৰে এটা অনিৰ্দ্দিষ্ট দিশ দেখুৱাই এচ-আই জনে "সেই পিনে, সেই পিনে প্ৰথম ৰূমটোৰেই ও-চিৰ," মাতত তেখেতৰ অন্তহীন নিস্পৃহতা। বৰুৱাই বাৰান্দালৈ ওলাবৰ বাবে প্ৰথম খোজটো দিয়েই বৈ গ'ল পিছপিনে চকী এখন পৰাৰ শব্দ শুনি। মুখখন ঘূৰাই দেখে এচ-আই জনৰ কাঠি বিবৰ্জ্জিত বাওঁহাতখন কাঁড়ৰ দৰে পোন হৈ বাওঁ ভৰিৰ উৰু আহি পাইছে আৰু সোঁহাতখন কপাল চুইছে চালামৰ ভঙ্গীত। পিছ পিনে পৰি থকা চকীখনে সাক্ষী দিছে তেখেতৰ থিয় দিয়াৰ ক্ষিপ্ৰতাৰ। প্ৰায় আত্মসমাহিত ভাবেই জ্যোতিষ বৰুৱাৰ সোঁ-হাতখনো আহি কপাল চুলে, যদিও তেখেতৰ চালামৰ উত্তৰ দিয়াৰ কোনো ইচ্ছা নাছিল।

"আপুনি চাৰ, ও-চিক বিচাৰি আহিছে চাৰ ? মই আপোনাক এই ড্ৰেচত চিনিবই পৰা নাছিলো। এই ৰামদুলাল, চাহাবক ও-চিৰ তালৈ লৈ যা। নহলে আহক চাৰ, ময়েই যাওঁ। এই পিনে চাৰ, এই পিনে। মই চাৰ প্ৰবোধ সৰকাৰ, দুবছৰ হল শ্বিলঙত পোষ্টিং।"

প্ৰবোধ সৰকাৰৰ 'মে আই কাম ইন্ চাৰ'ৰ উত্তৰলৈ বাট নাচাই জ্যোতিষ বৰুৱা ও-চিৰ ৰূমলৈ সোমাই গ'ল আৰু মুখখন ঘূৰাই অস্পষ্ট ভাবে কলে, "ধন্যবাদ"। ও-চি ৰবীন হাজৰিকাৰ বয়স চল্লিশ এৰাই গৈছেগৈ। সাধুভাষাত কবলৈ হলে মানুহজন থুলন্তৰ। ৰং তো "পাত্ৰ-পাত্ৰী চাই লিখিবলৈ



হ'লে উজ্জ্বল শ্যামবৰ্ণ বুলি লিখিলে হয় যদিও, আচলতে বোকাত লেতি হোৱা গোনা ম'হটোৰ দৰে। জ্যোতিষ বৰুৱা যেতিয়া অনাহূত ভাৱে সোমাই আহিল ৰবীন হাজৰিকা ফাইল এটা লৈ ব্যস্ত আছিল। ফাইলৰ পৰা মুখ নোতোলাকৈ চকী এখনৰ পিনে তেওঁ আঙুলিয়াই দিলে।

কাঠৰ পোন চেঁচা চকীখনত যিখিনি পৰা যায় আৰামেৰে বহি জ্যোতিষ বৰুৱাৰ মনত পৰিল যে, দুঘণ্টাৰ ওপৰ তেওঁ এটাও চিগাৰেট খোৱা নাই।

লগে লগে পৃথিৱীৰ সকলো ধূম-পান তৃষ্ণাই বৰুৱাক হেঁচা মাৰি ধৰিলে। দদায়েকৰ আগত চিগাৰেট খোৱা উচিত নে অনুচিত তাকে চালি-জাৰি থাকোতে ৰবীন হাজৰিকাৰ মাত শুনি তেওঁ উচপ খাই উঠিল।

"তই আমাৰ পবিন ককাইদেউৰ লৰা জ্যোতিষ নহয় জানো ? ককাইদেউ ঢুকুৱাৰ পৰাই বোধহয় তোক দেখা নাই। আজি কিমান বছৰ হল ? আঠ বছৰ নহয় জানো! তই কিন্তু মোক চিনি পোৱা নাছিলি দেছোন, সঁচা কথা কবি। বাটত কোনোবাই মোলৈ দেখুৱাই যদি কলেহেঁতেন 'সেই জন দালাইলামা গৈছে' বিশ্বাস কৰিলি হয়।"

নিতান্ত ভদ্ৰতাৰ খাটিৰত জ্যোতিষ বৰুৱাই হাঁহি এটা মাৰিব লগা হল।

বৰুৱাৰ উত্তৰলৈ বাট নাচাই হাজৰিকাই আকৌ আৰম্ভ কৰিলে, "তোৰ শ্বিলঙত পোষ্টিং হোৱা বুলি শুনিছো। ৰ'বি, তই ইউনিভা-ৰ্চিটিত ফাৰ্ষ্ট চেকেণ্ড হোৱা লৰা আই-এ-এচ দিব পাৰিলি হয়। ইমান শিকি বুজি পুলিচতহে সোমালি!"

"আপুনিও বোলে কলিকতা ইউনিভাৰ্চিটিত ষ্টাৰ পাইছিল, পুলিচত নো কিয় সোমাল ?" ঘূৰাই সুধিলে জ্যোতিষ বৰুৱাই।

"শুন, আমাৰ দিনত দাৰোগা আছিল দণ্ড-মুণ্ডৰ মালিক,

ইংলণ্ডেশ্বৰৰ প্ৰতিনিধি। তেতিয়া দাৰোগাৰ মান আছিল। এতিয়া দাৰোগা হৈছে লবাবোৰৰ শিলাবৃষ্টিৰ লক্ষ্য। এই শ্বিলঙতেই চাৰি কিমান বিধ পুলিচ, সশস্ত্ৰ পুলিচ, সীমান্ত পুলিচ, বুদ্ধিমান পুলিচ, তেলেঙা পুলিচ—মোৰ ভাগত পৰেগৈ বংশদণ্ডধাৰী পুলিচ কেইটা। আজি মদপী ড্ৰাইভাৰ এটা এৰেষ্ট কৰিলে কালি এচেম্বলীত প্ৰশ্ন উঠিব।"

"এই! কি লাগে ইয়াত?"

হঠাতে হাজৰিকাৰ মুখত এই দাৰোগা-সুলভ গৰ্জ্জন শুনি জ্যোতিষ বৰুৱা উচপ খাই উঠিল। গৰ্জ্জনটো কাৰ উদ্দেশ্যে কৰা হৈছে জানিবৰ বাবে ডিঙিটো ঘূৰাওঁতে চকুত পৰিল এটা তেল ঘঁহি পিন্ধিব লগা চেপা ক'লা ৰঙৰ পেণ্ট, নীলা কোট আৰু ৰঙা মাফলাৰ। মাফলাৰৰ ওপৰত মিহি গোফেৰে সৈতে কুৰি বাইচ বছৰীয়া ডেকা এজনৰ মুখ।

হাজৰিকাৰ গৰ্জ্জনত ঠৎমৎ খাই, দুবাৰ মান সেঁপ টুকিলে লৰা জনে। তাৰ পিছত যেন টোপনিৰ পৰাহে সাৰ পালে, কৈ উঠিল, "মোৰ দাদু, মানে বুইছে মাৰ কাকা, মানে মোৰ মাৰ কাকা কালিৰ পৰা ঘৰত নাই। মানে হস্পিটালতো নাই। চিনাকি মানুহৰ ঘৰতো নাই।"

"তোমাৰ দাদু হেৰাইছে, মোৰ তাত কি হল?" হাজৰিকাৰ মাতত গৰ্জ্জনিৰ ভাবটো যথেষ্ট কমি আহিছে। "থানাত বোপাই গৰু হেৰালে যিটো প্ৰচিডিওৰ, দাদু হেৰালেও একেটা প্ৰচিডিওৰ। দুটা ৰূম এৰি গৈ হাৱলদাৰ এজন দেখিবা বিৰাট গোফেৰে সৈতে। তেওঁৰ তাত এজাহাৰ এখন লিখি দিয়া গৈ কোন হেৰাইছে, কেতিয়া হেৰাইছে, চিনাক্ত কৰণ কেনেকৈ কৰিব পাৰি এইবোৰ।" লৰাজন কোঠালিৰ পৰা ওলাই যোৱাত হাজৰিকাই এইবাৰ জ্যোতিষ বৰুৱাৰ পিনে মুখখন ঘূৰাই সুধিলে, "তোক মই কি কৈ আছিলো? অ'—"



কি কৈ আছিল সোঁৱৰাৰ আগতে ক্ৰীং ক্ৰীং কৰি টেলিফোনটো বাজি উঠিল। হাজৰিকাই ফোনটো কাণত লৈ কৈ উঠিল, "হেল্লো—ও-চি স্পিকিং।" ইপিনে জ্যোতিষ বৰুৱাই আলপিন এটাৰে পিন কুশনটো খুচি খুচি ৰবিবাৰৰ দিনটো নষ্ট হোৱাৰ হোৰ তুলি শুনি গ'ল হাজৰিকাৰ এক-তৰফীয়া কথাবোৰ।

"কোন? হাৱলদাৰ ৰামনাথ সিং?"

"অঃ চালাম, চালাম। কি হৈছে?"

"কি? নলাত পৰি আছে? শুন, নলাৰ পৰা উঠাই আনি দুটা মান গোৰ মাৰি ঘৰলৈ পঠিয়াই দে। খবৰদাৰ—এৰেষ্ট নকৰিবি।"

"কি? কি? হেলো, হেলো; মৰি আছে? ধেৎতেৰি! একো নুশুনি। কোন মৰি আছে?"

"মৰো বুজিছো মানুহ! কোন মানুহ?"

"বুঢ়া মানুহ! মোটৰ এক্সিডেণ্ট! কোনখিনিত বুলি কলি?"

"হেলো, হেলো, অঃ! কাৰোবাক পঠিয়াই দিম বাৰু। নহলে মৱেই যাম।"

ফোনটো থৈ হাজৰিকাই জ্যোতিষ বৰুৱাক ক'লে, "কালি ৰাতি গাড়ীয়ে বুঢ়া এটা চেপিলে বোলে, আমাৰ পুলিচে এতিয়াহে খবৰ পাইছে। যাবি নেকি মোৰ লগত? কনিষ্টবল এটাক জীপ খন দিব কওঁ, ৰবি।"

হাজৰিকাই বাৰান্দালৈ ওলাই চিঞৰিলে, "এই বুধেশ্বৰ, ড্ৰাইভাৰক ক জীপখন আনিবলৈ। আৰু শুন, সৰকাৰ চাহাবক কবি মই এন্‌কোৱাৰিলৈ যোৱা বুলি আৰু সেই ল'ৰাটোক মাত, দাদু হেৰোৱা এজাহাৰ দিব আহিছিল যে। ডি-এচ্-পি চাহাবৰ গাড়ীখন চাবি আমি ঘূৰি নহা মানে।"

জ্যোতিষ বৰুৱাৰ ভাব হল হাজৰিকাই যেন সাধাৰণ এক্সিডেণ্টৰ

এন্‌কোৰাৰিৰ বাবে ওলোৱা নাই, ওলাইছে চিকাৰৰ বাবে। মুখেৰে যিয়েই নকওক, হাজৰিকাই পুলিচৰ চাকৰি এৰি বোধহয় আন কোনো চাকৰিতে নগল হয়।

## ॥ তিন ॥

জ্যোতিষ বৰুৱাই হাতৰ কিতাপ খন সজোৰে মেজলৈ দলিয়াই দিলে। চাকনৈয়াৰ ওপৰৰ ফেনখিনিৰ দৰে, ৰাতিপুৱাৰ পৰা মগজুত একেটা প্ৰশ্নই ঘূৰি আছে, কিয়, কিয়, কিয়? কিয় এজন মানুহে আন এজনৰ জীৱনটো কাঢ়ি নিয়ে? মৃত্যু, তাৰ মানে শেষ, শূণ্য, আৰ একো নাই। ডিঙিৰ বাওঁ পিনৰ শিৰ এডাল টিংটিঙাই উঠে জ্যোতিষ বৰুৱাৰ। আমাৰ দেউতা ককাদেউতা-হঁতৰ অন্ততঃ এটা আশা আছিল মৰিলে স্বৰ্গ, নৰক বা পুনৰ্জ্জন্ম কিবা এটা হব। আমাৰ একো নাই। সিদিনাৰ সেই বুঢ়াটো, কি জানো নাম আছিল হাৰাধন, নহয়, হৰিচৰণ ভট্টাচাৰ্য্য। কি ভাবি আছিল বাৰু তেওঁ, পিছমূৰৰ সেই তীব্ৰ আঘাটটোৰ আগলৈকে। হয়তোবা পেন্সনৰ কথা। হয়তোবা দৰমহা পালে নতুন জোতা এযোৰ কিনাৰ কথা। এৰা, জোতা এযোৰ কিনা তেখেতৰ বৰ দৰকাৰ আছিল। ভৰিত থকা সেই সস্তীয়া জৰা-জীৰ্ণ জোতা পাত যেন হৰিচৰণ ভট্টাচাৰ্য্যৰ জীৱনটোৰ ব্যৰ্থতাৰ প্ৰতীক।

চিন্তাৰ সূতাডাল হঠাতে চিঙি গল কাষৰ কোঠালিৰ পৰা ভাঁহি অহা পৰিচিত কণ্ঠৰ গানত—লা আ আ আ লা লা লা আ আ……।



জ্যোতিষ বৰুৱাই বিছনাৰ পৰা উঠি লাইটটো জ্বলাই দিলে। কোঠালিলৈ সোমাই আহিল বৰুৱাৰ কলেজীয়া জীৱনৰ বন্ধু ভূতত্ত্ববিদ কনক গোস্বামী। বয়স ত্ৰিশৰ অলপ ইপিনে বা সিপিনে। ওখই প্ৰায় জ্যোতিষ বৰুৱাৰ সমানেই, তাৰ মানে পাচ ফুট সাত বা আঠ ইঞ্চি। কুমৰ পৰা ভালেখিনি দূৰলৈ চুলি নাই, যিখিনি এতিয়া লাইটৰ পোহৰত চিক্‌চিকাই উঠিছে। গাত এটা পাতল সেউজীয়া ৰঙৰ দামী টেৰিউলৰ চুট আৰু ডিঙিত শেহতীয়া ষ্টাইলৰ বহলীয়া টাই।

"এই, তই আহিলি কেতিয়া? দ্বিতীয়তে—চিঞৰি ৰাইজৰ শান্তি ভঙ্গ কৰিছ কিয়?"

আগন্তুকে চকী এখন টানি ললে। তাৰ পিছত পেকেটৰ পৰা চিগাৰেট এটা উলিয়াই অগ্নি সংযোগ কৰি পেকেটটো বৰুৱাৰ পিনে আগুৱাই দিলে।

"নে, চিগাৰেট এটাকে খা। তোৰ প্ৰশ্নটোৰ উত্তৰ হ'ল, অহাৰ প্ৰায় পাঁচ মিনিটেই হল। তোৰ ৰজনী বপুৱাই বাহিৰৰ পিনৰ দুৱাৰ খন বন্ধ কৰিব পাহৰিছে। ঘৰত সোমাই চাওঁ তই বিচনাত পৰি পৰি ইলা মেলহোট্ৰাৰ ধ্যানত মগ্ন। তোৰ ধ্যান ভঙ্গ নকৰি মই ড্ৰইংৰূম নামৰ কোঠাটোত বহি চুপ-চাপ ফৰাচী গান এটা প্ৰেক্টিচ কৰি আছিলো। মোৰ বাক্যৰ শেষৰ অংশটো তোৰ দ্বিতীয় প্ৰশ্নটোৰ উত্তৰ।"

"তোৰ গানটোৰ ফৰাচীত্ব সম্পৰ্কে মোৰ সন্দেহ নাই যদিও, সুৰটো বোধহয় টেটুত চেপি ধৰা কুকুৰা চৰাইৰ পৰা লোৱা। পিচে ফৰাচী গান গাব লগা হ'ল কিয়? কিবা সোণ-তোন পালি নেকি? কাগজত দেখোন কিবা-কিবি পায়েই থাক তইঁতে।"

"সোণতকৈও ডাঙৰ বস্তু। মই মোৰ সাধনাৰ ধন বিচাৰি পাইছো। বিশ্বৰ সাহিত্যত এটা নতুন ধৰণৰ কবিতাৰ প্ৰৱৰ্ত্তন কৰিম। নাম দিছো 'টেলিপেথিক'। তাৰ মানে পাঠকে নপঢ়া-

কৈয়ে বুজি পাব লাগিব কবিৰ অন্তৰত কি ভাবৰ জোৱাৰ উঠিছে। চাবি ?”

বাধা দিয়াৰ আগতেই গোস্বামীয়ে পেণ্টৰ পকেটৰ পৰা কাগজ এখন উলিৱাই পঢ়িব ধৰিলে।

“তুমি , , , , , , , , , , ,
মই , , , , , , , , , , ,
আমি ? ? ? ? ? ? ? ? ? ?
পোনাকণ !!!!!!!
তুমি……তেওঁ……তোমালোক !!!!!!”

জ্যোতিষ বৰুৱাই কিবা মন্তব্য কৰিব নৌপাওঁতেই গোস্বামীয়ে কাগজখন আকৌ পকেটত ভৰাই ক’লে, “একো নকবি। কৈ লাভ নাই। তোৰ সমালোচনাৰ কোনো দাম নাই। এতিয়া কচোন কালি তই মোৰ তালৈ যাওঁ বুলি কিয় নগলি ? তাচ খেলাৰ দৰে বস্তুত ফাঁকি দিয়াতো উচিত নহয়।”

আধা খোৱা চিগাৰেটটো চাইদানীত পেলাই দি জ্যোতিষ বৰুৱাই ক’লে, “যাওঁ বুলি ওলাই গৈছিলো, পিছে বাটতে এটা খুনৰ কেচত পৰিলো।”

“খুন! তই আকৌ খুনৰ কেচত কেনেকৈ পৰিলি ? মই জনাত তই চিকুৰিটি বিভাগতহে আছ।”

“কালি তোৰ তালৈ ওলাই যাওঁতে ভাবিছিলো বাটতে ইয়াৰে থানাৰ ও-চি ৰবীন হাজৰিকাক মাত দি যাম। তেখেত আকৌ মোৰ কিবা এলেকৰ পেলেক দদাইদেউ হয়। লগত লৈ গ’ল। এন্কোৱাৰি কৰোতে, লাচ পঠিয়াওতে আবেলি চাৰিটা বাজিল। তাৰ পিছত আৰু যাবৰ মন নগল।”

“কি হৈছিল ? মদ খাই কাজিয়া ?”

“নহয়—বুঢ়া এটাক কোনোবাই বাটত কোবাই মাৰিলে। লাচটো বাটৰ কাষৰ নলা এটাত পেলাই দিছে। মইতো ভাবিছিলো গাড়ীয়ে খুন্দিওৱা বুলি। ৰবীন হাজৰিকাই ক’লে খুন বুলি।”



“কেনেকৈ জানিলি গাড়ীয়ে খুন্দিওৱা কেচ নহয় বুলি ?”

“প্ৰথম কথা মানুহজনে অকল পিছমূৰত আঘাট পাইছে, তাৰ বাহিৰে ক’তো আঘাট নাই। তাৰ মানে মানুহ জনক খুন্দিয়াই চোচোৰাই নিয়া নাই। খুন্দিয়াই বগৰাই দিছে। মূৰত খুন্দিয়াব পাৰে লৰী বা বাচ বা তেনে কোনো ওখ গাড়ীয়ে। কিন্তু যিটো বাটৰ ওচৰত লাচটো পাইছে সেইটো বাটেৰে বাচ, লৰী বা আন গধুৰ গাড়ী যাব নিদিয়ে। তেনেকুৱা কিবা গাড়ী যোৱা হ’লে চাৰি-আলিৰ চুকৰ পুলিচটোৰ চকুত পৰিল হয়। দ্বিতীয়তে, তই ধৰি ল মানুহ এজন চেপিলি বাটত, কৰবাত নিৰ্জ্জন ঠাইত, প্ৰথমতে চেষ্টা কৰিবি পলাই সাৰিবৰ। যদি ভাল মানুহ হৱ গাড়ীখন ৰখাই চেপা মানুহজন চাব আহিবি। আহি দেখিলি মানুহজন মৰি গৈছে, তই একেদৌৰে আহি গাড়ী ষ্টাৰ্ট দি পলাবি। আৰু তই যদি খুব ভাল মানুহ হৱ, যিটো প্ৰায় অসম্ভৱ—মানুহজনৰ লাচটো আনি থানাত জমা দিবি। কেতিয়াও লাচটো টানি নি নলাত নেপেলাৱ। কাৰণ, প্ৰত্যেকটো চেকেণ্ড মূল্যৱান। যি কোনো মুহূৰ্ত্তত কোনোবা মানুহ আহি ওলাব পাৰে।”

“লাচটো পালি ক’ত ?”

“গৱৰ্ণৰ হাউচৰ পৰা ভাগ্যকুলৰ পিনে যোৱা বাটত। আলিৰ পৰা তিনিফুট মান তলত নলা এটাত উবুৰি হৈ পৰি আছিল। আঠমান বজাত নেপালী এটাই দেখি চিঞৰ-বাখৰ আৰম্ভ কৰিলে। তাৰ পিচত মানুহ জমা হওঁতে হওঁতে, ইজনে সিজনক খবৰ দিওঁতে দিওঁতে থানাত খবৰ পালে দহ বজাত।”

“তেনেহলে আমাৰ সুচতুৰ কটোৱালী বিভাগে কোনো দুৰ্বৃত্তৰ হাততেৰে এই নৃশংস হত্যাটো সম্পন্ন হোৱা বুলি ভাবে ?”

“কথাটো ধেমালি নহয়। প্ৰথমতে আমিও ভাবিছিলো

কোনোবাই পইচাৰ লোভত খুন কৰা বুলি। লাচটো যিখিনি ঠাইত পাইছে তাৰে দুশ গজৰ ভিতৰত কোনো ঘৰ-বাৰী নাই। ঠাই খিনিৰ আগৰ পৰাই বদনাম আছে ডকাইতিৰ বাবে। মানুহজনৰ পকেটৰ পৰা বেগটো নোহোৱা হৈছে। কিন্তু আন পিনৰ পৰা চাব গলে এইবোৰ সৰু-সুৰা গুণ্ডাই পৰাপক্ষত কেতিয়াও মানুহ নামাৰে, ভয় দেখুৱাই পইচা আদায় কৰিব চেষ্টা কৰে। আৰু এটা কথা মনত পেলাচোন, পৰহি সন্ধিয়া বতৰটো কেনে আছিল। ডিচেম্বৰ মাহৰ সন্ধিয়াত বৰষুণ দিলে, শ্বিলঙৰ গুণ্ডাবোৰে হেনো লেপ উৰি শুই থাকে। চিকাৰ পোৱাৰ কোনো আশা নাই। যুক্তিটো কিন্তু মোৰ নহয়, দেই, ৰবীন হাজৰিকাৰ। তাৰোপৰি কিছুমান বস্তু কোনো ৰকমেই বুজিব নোৱাৰি, যেনে সিদিনাখন গোটেই সন্ধিয়াটো বৰষুণ দি আছিল কিন্তু ছাতিটো পোৱা গৈছে লাচৰ ওচৰত বন্ধ অৱস্থাত। দ্বিতীয়তে মৃতকৰ জোতা এপাত পোৱা গৈছে মৃতকৰ পৰা কুৰি হাত মান আঁতৰত। লাচটো পৰি আছে বাটৰ বাওঁ পিনে কিন্তু জোতা এপাত পৰি আছে বাটৰ সোঁ পিনে।"

"ভৰ সন্ধিয়া অপঘাত মৃত্যুৰ কথা ভাবিব নাপায়, ৰাতি ভূত আহি ওলাব। ক্লাবলৈ যাওঁ ব'ল। কেবাদিনো যোৱা হোৱা নাই সিপিনে।" গোস্বামীয়ে কলে।

ক্লাবত যাবলৈ মান্তি হোৱাত দেৰী নহল জ্যোতিষ বৰুৱাৰ। ঘন নীলা চাৰ্জৰ চুটযোৰ পিন্ধি টাইডাল মাৰি মূৰ ফণিয়াই থাকোঁতেই কাম কৰা ল'ৰা ৰজনীয়ে খবৰ দিলে, "আপনা আহাঁৰ পুলিচৰ মানুহ এটা বাহিৰত ৰখি আছে।"

"পুলিচৰ আৰু কোন মানুহ আহিল?"

"দেখাত দাৰকা যেন পায়।"

"বহিব দেগৈ যা ড্ৰইংৰুমত। কোন বা আহিল এইটো আকৌ দাৰকা যেন দেখাত?"



মূৰটো ফণিয়াই জ্যোতিষ বৰুৱা আৰু কনক গোস্বামীয়ে ড্ৰইং ৰুম নামৰ কোঠাটোত সোমাই দেখে যে, ৰবীন হাজৰিকা বেতৰ চকী এখনত বহি ইলাষ্ট্ৰেতেদ উইক্‌লিৰ পাত ওলোটাই আছে। আন এখন চকীত পেলাই থোৱা আছে তেখেতৰ ওভাৰকোটটো।

ৰবীন হাজৰিকাই ফেন্‌টমৰ পাতটোৰ পৰা মূৰ তুলি কলে, "তই কৰবালৈ যাব ওলাইছ। মই ইপিনে আহিছিলো এটা কামত, ভাবিলো খবৰটো দিয়েই যাওঁ, তোৰ গাড়ীখন গেৰেজত পঠিয়াই দিছোঁ।"

কনক গোস্বামীয়ে জ্যোতিষ বৰুৱাৰ পিনে মুখখন ঘূৰাই সুধিলে, "তোৰ গাড়ীৰ আকৌ কি হল? পেলাই দিব লাগে গাড়ীখন লেকত নি।"

"কালি সেই খুনৰ কেচটোৰ পৰা আহি চাওঁ গাড়ীখন ষ্টাৰ্ট নহয়। থানাতে এৰি থৈ আহিলো। ৰহ, তইঁতক চিনাকিয়েই কৰি দিয়া নাই। এখেত হ'ল আমাৰ ইয়াৰে ও-চি ৰবীন হাজৰিকা, মোৰ দদাইদেউ সম্পৰ্কত। আৰু এখেত কনক গোস্বামী, জিওলজিকেল চাৰ্ভে অৱ ইণ্ডিয়াৰ জিওলজিষ্ট, মোৰ কলেজৰ দিনৰে বন্ধু।"

নমস্কাৰ প্ৰতি-নমস্কাৰৰ পালা শেষ কৰি ৰবীন হাজৰিকাই ক'লে, "তইঁতে কলৈ যাব ওলাইছ? মোৰ লগত যাব পাৰ, বাটত নমাই দিম। জীপখন বাহিৰতে আছে।"

"ক্লাবলৈ যাওঁ বুলি ওলাইছো। ব'লক নহলে আমাৰ লগতে। আমাৰ ক্লাবটো নো কি বস্তু চাই লব।" কনক গোস্বামীয়ে কলে।

"নোৱাৰো বুইছে। এই শনিবাৰে মাৰ্ডাৰ এটা হ'ল ভাগ্যকূলৰ বাটত। দুজন মানুহ সন্ধিয়া অহাৰ কথা আমাৰ তালৈ সেই সম্পৰ্কত।"

"সেই বুঢ়া এজন যে খুন হৈছে? জ্যোতিষেতো গোটেই সন্ধিয়াটো মাৰ্ডাৰৰ বাদে আন কোনো কথা মুখতেই অনা নাই।"

ৰবীন হাজৰিকাই ওভাৰকোটটোত হাত দুখন সুমুৱাই কলে, "ব'লক নহলে প্ৰথমে মোৰ লগত থানালৈ যাব। তাতে যদি কামখিনি সোনকালে শেষ হয় আপোনালোকৰ লগত ক্লাবলৈ যাম। আৰু যদি মোৰ দেৰী হয় আপোনালোকক গাড়ী এখনেৰে পৌছাই দিম।"

কনক গোস্বামী আৰু ৰবীন হাজৰিকা ঘৰৰ পৰা ওলোৱাৰ পিছত জ্যোতিষ বৰুৱাই অলপ চিঞৰি ক'লে, "ৰজনী, বাহিৰৰ দুৱাৰখন ভালকৈ বন্ধ কৰিবি।"

## ॥ চাৰি ॥

থানাৰ সম্মুখত তিনিখননে চাৰিখন লৰি, দুখন টেক্সি, বাৰান্দাত দহজন মান মানুহ আৰু কুৰিজন মান লাঠী আৰু বন্দুকধাৰী পুলিচ। প্ৰবোধ সৰকাৰে এখন বহীত কিবা লিখি আছে। মাজে মাজে মুৰটো তুলি সম্মুখত ঠিয় হৈ থকা তিৰোতাজনীক কৈ আছিল "ধীৰে, ধীৰে—আওৰ ধীৰে"।

ৰবীন হাজৰিকাই নিজৰ কোঠালিত সোমাই বেৰৰ ওচৰৰ দুখন চকীলৈ দেখুৱাই কলে, "বহ, মই যিমান পাৰো সোনকালে কামখিনি কৰি লওঁ।" হাজৰিকাই নিজৰ চকীখনত বহি টিলিঙাটো বজাই দিয়াত বাহিৰত ঠিয় হৈ থকা কনিষ্টবল এজনে আহি চালাম দিলে। হাজৰিকাই মূৰটো অলপ দোৱাই কলে, "বুধৰাম, মোক বিচাৰি দুজন মানুহ অহাৰ কথা আছিল। আহিছে যদি পঠিয়াই দে।"

"চাৰ, বুঢ়া মানুহ এজন এঘণ্টামান আগতেই আহি বহি আছে।



মোক আপোনাৰ কথা সুধি সুধি হায়ৰাণ কৰি দিছে। আনজন অলপ আগতে আহি পাইছে। তেখেতো বাৰান্দাত বৈ আছে।"

"প্ৰথমে বুঢ়াজনক পঠিয়াই দে, পিছত মই ক'লে আনজনক পঠিয়াই দিবি।"

বুধৰাম ওলাই যোৱাৰ প্ৰায় লগে লগেই অফিচত আহি সোমাল পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী। মুখত তেখেতৰ শোকৰ চাপ, তাৰ লগতে বোধহয় ভয় মিহলি হৈ আছে। মানুহ জন দুদিনৰ ভিতৰতে একেবাৰে বুঢ়া হৈ গল। ৰবীন হাজৰিকাই আঙুলিয়াই দিয়া চকীখন টানি লৈ বহি চক্ৰৱৰ্ত্তীয়ে কলে, "আপোনালোকে কি ভাবে? আমি মানুহ নহয় নেকি? আজি দুদিন হোৱা নাই মানুহ এজনক সন্ধিয়া বাটত কোবাই মাৰিলে, আপুনি মোক সাত বজালৈ ৰাখি থৈছে। এতিয়া মই ঘৰলৈ যাওঁ কেনেকৈ? আপোনাৰ কাম, আপুনি মোৰ তালৈ যাব লাগে। ঠাওাত ৰাতি মোক মতাই অনোৱাৰ কোনো জাস্তিফিকেচন নাই। মোস্ত ইৰ্ৰেচ্পন্সিবল্... ...।"

ৰবীন হাজৰিকাই হাত খন দাঙি থামিবৰ ইঙ্গিত নিদিয়া হ'লে বোধহয় কথাৰ সোঁত শেষ নহল হয়।

"আপুনিয়ে পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী নহয় জানো?" আগন্তুকে মূৰটো দুপিয়াওঁতে হাজৰিকাই আকৌ কলে, "চাওক আপোনাক দিগ্দাৰি দিয়াৰ বাবে মই দুঃখিত, কিন্তু আমাৰ কথাওতো আপোনালোকে ভাবি চাব লাগে। মই এইখন থানাৰ ও-চি; এইবোৰ কেচ সাধাৰণতে ও-চিয়ে নলয়। সিদিনা খন আন কোনো অফিচাৰ থানাত নাছিল বাবে গৈছিলো এন্কোৱাৰি কৰিব। মোৰো সময় কম। আপুনি বাৰু ভাবিব নালাগে, পাৰিলে আমাৰ গাড়ীত আপোনাক ঘৰ পেঁাছাই দিম, নহলে লগত এজন পুলিচ দিম আপোনাৰ লগত ঘৰ পৰ্য্যন্ত যাব। আপোনাৰ ঘৰ কোন খিনিত?"

গাড়ীৰে ঘৰত থৈ আহিব শুনি পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী ভালেখিনি আশ্বস্ত হৈ শুকান হাঁহি এটা মাৰি কলে, “বুইছে, ইমান দিন একেলগে কাম কৰা মানুহ এজন অপঘাতত এনেকৈ মৰিলে যিকোনো মানুহৰ মনতে ভয় সোমাই যাব। মোৰ আৰু লৰা-ছোৱালীৰ সংসাৰ। আচল কথাটোয়েই পাহৰিছো—মোৰ ঘৰ লাবানত।”

“মৃতক হৰিচৰণ ভট্টাচাৰ্য্যৰ লগত আপোনাৰ কিমান দিনৰ চিনাকি ?”

“প্ৰায় একুৰি বছৰেই হল। মই এইটো অফিচত সোমাৰাৰ পৰাই। তাৰ আগতে মই ৰেভিনিউ ডিপাৰ্টমেণ্টত আছিলো।”

“তেখেত আপোনালোকৰ চুপাৰিনটেণ্ডেণ্ট আছিল নহয় জানো ?”

“ভট্টাচাৰ্য্য আছিল ইমিগ্ৰেচন আৰু ৰেজিষ্ট্ৰেচন চেকচনত, সাধাৰণতে ৰিফিউজিৰ লগত কাম, মই ফাইনান্স চেক্সনত আছো।”

“আপোনালোকৰ অফিচৰ চকীদাৰ জনে কৈছে শনিবাৰে হৰিচৰণ বাবু হেনো সন্ধিয়া ছয় মান বজাতহে অফিচৰ পৰা ওলাইছে। তেখেতে প্ৰায়ে দেৰীলৈকে কাম কৰে নে সিদিনা খন কিবা বিশেষ কাম আছিল ?”

“হৰিচৰণ বাবুই প্ৰায়েই সন্ধিয়ালৈ কাম কৰিছিল। ঘৰলৈ কি যাব। সেইখনো অশান্তিৰ বাঁহ।”

“কিয়, আত্মীয়-স্বজনৰ লগত তেখেতৰ ভাল নাছিল নেকি ?”

“ভনীয়েক এজনী আছে তিনচুকীয়াত নে ডিব্ৰুগড়ত, ভনী-জোঁৱায়েকে ৰেলওৱেত কাম কৰে। পৰহি খবৰ দিবৰ কাৰণে ঠিকনাটো বিচাৰি নাপালো। নিজেতো তেখেতে বিয়া-বাৰু নকৰালেই। বিধৱা ভতিজাছোৱালী এজনী নাবালক লৰাটোৰে সৈতে আনি আশ্ৰয় দিছিল। এতিয়া লৰাটো ডাঙৰ হৈছে, কিন্তু



মাকে আদৰ দি দি তাৰ ইহকাল পৰকাল নষ্ট কৰি দিছে। তাৰ পৰাই ঘৰত অশান্তি লাগিছে।”

ৰবীন হাজৰিকাই টেবিলৰ ফাইল এটা তুলি লৈ দুটামান পাত লুটিয়াই চালে। তাৰ পিছত বাওঁ হাতেৰে মূৰৰ চুলিখিনি পিহি পিহি পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীৰ পিনে চাই মূৰটো দুপিয়ালে, যেন চক্ৰৱৰ্ত্তী তেখেতৰ বহুদিনৰ চিনাকি।

“চাওক চক্ৰৱৰ্ত্তী, এই জীৱনত আপুনি নিশ্চয় বহুতো ভাল বেয়া দেখিছে। আপুনিতো জানেয়ে যে মৃতকৰ যদি কিবা বেয়া গুণ আছিল, আত্মীয়-স্বজনে কেতিয়াও আমাক নকয়। ভাবে মৃতকৰ অপমান হব। জীয়াই থাকোতে লাগে পুৱা-সন্ধিয়া গুৱাল গালি দিছিল। কিন্তু আমি পুলিচৰ মানুহে সদায় ভাল বেয়া দুয়োটাই দেখি আছো। আমাক সঁচা কথা নকলে আমি নিৰুপায়। আপোনাৰ মৃতকৰ লগত ইমান দিনৰ চিনাকি—আপুনি নিশ্চয় জানিব তেখেতৰ মদ, ভাং, জুৱা বা তেনে কোনো বেয়া নিচা আছিল নেকি।”

“মদ, ভাং, জুৱা !” খঙতে যেন ফাটি পৰিল পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী। “সদাশিৱ মানুহ আছিল তেখেত। সদাশিৱ পুণ্যাত্মা মানুহ, মৰি স্বৰ্গত গৈছে। তামোল এখন পৰ্য্যন্ত মুখত দিয়া নাছিল।”

“আপুনি খং কৰে কিয় চক্ৰৱৰ্ত্তী, আমাৰ সাধ্যমতে আমি কাম কৰো। ভাল বেয়া দুয়োটাই ঘুকটিব লাগে।”

“হলেও আপুনি মদ, জুৱাৰ নাম লৈছে। এই দুটা বস্তুই মানুহ জনক জীৱনত সুখৰ মুখ চাব নিদিলে। তেখেতৰ মুখতে শুনিছো, বাপেক হেনো দাৰুণ মদপী আছিল। দেউতাকৰ মাৰৰ কোবত ঘৰৰ পৰা পলাই মোমায়েকৰ ঘৰত প্ৰায় চাকৰ থকা দি থাকি পঢ়ি শুনি নিজৰ ভৰিত ঠিয় হল। এতিয়া বুঢ়া বয়সত পৰিল আৰু এটা জুৱাৰীৰ পাল্লাত। মানুহজনে মৰি বাচি গৈছে।”

"জুৱাৰী মানে আপুনি কাৰ কথা কব বিচাৰিছে ?"

"সেই নাতিয়েকটো, বৰুণ। বংশৰ কুলাঙ্গাৰ—মশাই বংশৰ কুলাঙ্গাৰ।" খঙৰ কোবত পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীৰ নিভাজ অসমীয়াৰ মাজতো ওলাই আহে 'মশাই' শব্দটো। "দুবাৰ বি-এ ফেল্ মাৰিলে। মই হলে কেতিয়াবাই কোবাই ঘৰৰ পৰা উলিয়াই দিলো হয়। হৰিচৰণ বাবুই আকো কয় 'মোৰেই দোষ চক্ৰৱৰ্ত্তী, মোৰেই দোষ, সৰুতে ভাল শিক্ষা নিদিলো।' সৰুতে ভাল শিক্ষা নিদিলে! সাপৰ বাচ্চা সিটো। মুখ খন দেখিলে ভাবিব ভজা মাছ উল্টাই খাব নাজানে। সিপিনে বজজাতৰ একচেচ্। তিনি-মাহ মান আগতে কাজিয়া কৰি ঘৰৰ পৰা ওলাই গল। হৰিচৰণ বাবুৰ কি চিন্তা। আৰু আমাৰ বোপাই গৈ তীৰ খেলৰ টিকট বেচাত লাগিল, পিছে যাব ক'ত ? দুমাহৰ ভিতৰতে নেজ পেলাই ঘূৰি আহিল। আহিয়েই আকৌ কয় তাক টকা এহেজাৰ লাগে। হৰিচৰণ বাবুই কিন্তু চাফ চাফ কৈ দিলে টকা নিদিওঁ বুলি। মাকৰ কান্দোনকে শুনিব নে ল'ৰাৰ গোজৰণি শুনিব। মইতো হৰিচৰণ বাবুৰ ঘৰত যোৱাই বন্ধ কৰি দিছো।"

"হৰিচৰণ বাবুৰ টকা-পইছা, মানে ফাইনেনসিয়েল কন্দিসন্ কেনে আছিল আপুনি কিবা জানে নেকি ?"

"ক'ত তেখেতৰ টকা এগাল থাকিব ? প্ৰভিডেণ্ট ফান্দত যিখিনি আছে সেয়ে। যোৱা বছৰ অৱশ্যে ইন্‌চিওৰেন্স এটাৰ পৰা পাচ হেজাৰ মান পাইছে। মই জনাত টকা খিনি ডাক-ঘৰত জমা থোৱা আছে। হৰিচৰণ বাবুৰ বহুদিনৰ ইচ্ছা পেন্সন পোৱাৰ পিছত তীৰ্থ ভ্ৰমণ কৰিব যাব। এতিয়া গোটেইখিনি টকা জুৱাৰীটোৰ হাতত পৰিব।"

ৰবীন হাজৰিকাই চকী খনৰ পৰা উঠি সোঁহাত খন পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীৰ পিনে আগুৱাই দি হাঁহি এটা মাৰি কলে, "বহুত ধন্যবাদ আপোনাক চক্ৰৱৰ্ত্তী, কেবাটাও দৰকাৰী খবৰ দিলে।



আপুনি আকৌ খং কৰিছিল আপোনাক থানালৈ মতা বাবে। আমাৰ পুলিচৰ মানুহ কোনোবা আপোনাৰ ঘৰলৈ যোৱা হ'লে পিছদিনা খনেই শুনিলে হয় ওচৰ-চুবুৰীয়াই গল্প কৰিব ধৰিছে 'চক্ৰৱৰ্ত্তীৰ ঘৰলৈ পুলিচ আহিছিল দেখিছিলি, নিশ্চয় কিবা গোলমাল লাগিছে।' আনজনে চকুৰ টিপ এটা মাৰি কলে হয় 'হেঃ হেঃ ফাইনান্স চেক্‌চনত কাম কৰে, গোলমাল তেখেত সকলৰ লাগিয়েই থাকে'।"

পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীয়েও উঠি হাজৰিকাৰ লগত হাত জোকাৰি শুকান হাঁহি এটা মাৰি কলে, "কিবা সহায় কৰিব পাৰিলে ময়ো বৰ আনন্দ পাম, এতিয়া উঠোহে, ভালে খিনি ৰাতি হল।"

ৰবীন হাজৰিকাই টেবুলত থকা ঘণ্টাটো বজাই দি ক'লে, "ৰব, আপোনাৰ যোৱাৰ বন্দোৱস্ত কৰি দিছো।"

কনিষ্টবল বুধৰামে আহি চালাম দিয়াত হাজৰিকাই কলে, "বুধৰাম, আমাৰ গাড়ী এখন লাবানৰ পিনে পেট্ৰলৰ বাবে যোৱাৰ কথা আছে নহয়! ড্ৰাইভাৰক কবি এখেতক ঘৰ পোঁছাই দিব। আৰু এ-এচ-আই দুচেইন চাহাবক চা-চোন। আছে যদি মই এতিয়াই মতা বুলি কবি।" তাৰ পিছত চক্ৰৱৰ্ত্তীৰ পিনে মুখ খন ঘূৰাই কলে, "এক মিনিট চক্ৰৱৰ্ত্তী, আপোনাক এটা কথা সুধিব পাহৰিছিলো, হৰিচৰণ বাবুই কেতিয়াবা কোনো শত্ৰু, মাৰ-পিট, বা তেনেধৰণৰ কথা কৈছিল নেকি আপোনাক ?"

"অজাতশত্ৰু মানুহ আছিল হৰিচৰণ বাবু, কোনো দিন কাৰো লগত শত্ৰুতা কৰা নাই। এদিন সেই টকালৈ গোলমাল লাগোতে মাত্ৰ কৈছিল, 'বিনয়ে মোৰ পিনে যেনেকৈ চায় যেন টকা নাপালে ৰাতি টোপনিত কাটি থৈ যাব।' পিছে সিটো নিতান্ত খঙতে কোৱা কথা। তাৰ কোনো মানে নাই।"

পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীয়ে বুধৰামৰ পিছে পিছে কোঠাৰ পৰা ওলাই বাৰান্দা নৌপাওঁতেই হাজৰিকাই মাত দিলে, "এইটো শেষ প্ৰশ্ন

চক্ৰৱৰ্ত্তী, হৰিচৰণ বাবুই অফিচৰ পৰা অহা-যোৱা কৰোতে কেতিয়াবা কেতিয়াবা টেক্সিৰ ব্যৱহাৰ কৰিছিল নেকি ?"

পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীয়ে দুৱাৰ-মুখৰ পৰাই কলে, "এইটো প্ৰশ্নৰ উত্তৰ মই ঠিক দিব পাৰিম। বহুবছৰ আগতে কলিকতাত হেনো কোনোবা ড্ৰাইভাৰে ৰাতি টেক্সিত অকলে পাই হৰিচৰণ বাবুক ছুৰি দেখুৱাই পইচা আদায় কৰিলে। সেয়ে ভয় সোমাই গল, তাৰ পিছত তেখেতে মৰিলেও অকলে টেক্সিত নুঠে।"

"আহিব বাৰু আপুনি, বহুত ধন্যবাদ। আৰু যদি কিবা লাগে মই আপোনাক খবৰ দিম।"

শেষৰ কথাখিনি ৰবীন হাজৰিকাই যেতিয়া কলে পূৰ্ণেন্দু চক্ৰৱৰ্ত্তীয়ে তাৰ আগতেই কোঠালিৰ পৰা ওলাই গৈছে। চক্ৰৱৰ্ত্তী ওলাই যোৱাৰ পিছতহে হাজৰিকাৰ মনত পৰিল কোঠালিতে বহি থকা বৰুৱা আৰু গোস্বামীৰ কথা। মুখ খন ঘূৰাই দেখে দুয়ো জনে কথা পতাত ব্যস্ত। তাৰ মাজতেই কনক গোস্বামীয়ে মাত দিলে, "ঠিক আছে, ঠিক আছে। আমিও শুনি আছো আপোনা-লোকৰ কথা।"

হাজৰিকাই কিবা কওঁ বুলি মুখ মেলিছিল, কিন্তু এনেতে এ-এচ-আই এজনে আহি চালাম দিলে।

"চাৰ, মোক মাতিছিল ?"

"অ, শুনা, তোমাক এটা কাম দিওঁ। এই 'তীৰ' খেলৰ বুকি সোপাক জানা নহয় ভালকৈ ?"

"জানো চাৰ বেছি ভাগকে। মইতো সেইটো লাইনতে আছো।"

"মনোযোগ দি শুনিবা। তিনিমাহ আগতে বৰুণ নামৰ লৰা এজনে 'তীৰ' খেলৰ টিকট বেচিব আৰম্ভ কৰিছিল। কিন্তু যোৱা মাহৰ পৰা বাদ দিছে। যিহেতু ল'ৰাজনৰ নিজৰ পইচা-পাতি নাই। সি যতদূৰ সম্ভৱ আন কোনোবা বুকিৰ হৈ টিকট বেচিছিল।



বৰ্ত্তমান তাৰ টকাৰ টান পৰা বুলি শুনিছো, নিশ্চয় কাৰোবাৰ টকা মাৰিছে। ল'ৰাজনৰ বয়স কুৰি বাইশ মান হব, ঘৰ ভাগ্যকুলত। পাৰিলে আৰু এটা খবৰ লবা, ল'ৰাজন পৰহি, তাৰ মানে যোৱা শনিবাৰে সন্ধিয়া ছয় বজাৰ পৰা আঠ বজালৈ ক'ত আছিল।"

"ভাল চাৰ, চেষ্টা কৰি চাম। কলি সন্ধিয়াই পাৰিলে আপোনাক খবৰখিনি দি যাম। আৰু কিবা কাম আছিল নেকি চাৰ ?"

"নাই, আৰু কোনো কাম নাই। তুমি যাব পাৰা। অ' শুনা, মোক লগ ধৰিব অহা মানুহ এজন হেনো বাৰান্দাত বহি আছে, যাওঁতে পঠিয়াই দি যাবা।"

"ভাল চাৰ।"

এ-এচ-আই জন ওলাই যোৱাত ৰবীন হাজৰিকাই কনক গোস্বামীক লক্ষ্য কৰি কলে, "এই যে ল'ৰাজন দেখিছে 'তীৰ' খেলৰ বেছি ভাগ ভিতৰৰ খবৰেই তাৰ জনা। ইচ্ছা কৰিলে সি দৰমহাৰ দহগুণ বেছি পইচা আয় কৰিব পাৰিলে হয় তীৰ খেলৰ পৰা।"

"এঃ। তেনেহলে তো তেখেতৰ লগত ভালকৈ চিনাকি হব লাগিল।"

কনক গোস্বামীৰ কথাত হাঁহি সামৰিব নোৱাৰিলে হাজৰিকা আৰু বৰুৱাই। তীৰ খেল সম্পৰ্কে বোধহয় আৰু বহু কথাই ওলাল হয়, কিন্তু ইতিমধ্যে পৰ্দাখন গুচাই কোঠালিত সোমাই আহিল গোলক মহন্ত।

"আপুনিয়েই ও-চি, নহয় জানো ?"

"হয়।"

"মোৰ নাম গোলক মহন্ত।"

"বহক।"

গোলক মহন্তই হাজৰিকাৰ সন্মুখৰ চকী খনত বহি পকেটৰ পৰা চাৰমিনাৰৰ পেকেট এটা আৰু জুইশলা উলিয়াই ললে।

"চিগাৰেট খাব পাৰিম নহয় ?"

"খাওক, খাওক।" হাজৰিকাই এচ্‌ট্ৰেটো মহন্তৰ পিনে আগুৱাই দিলে।

"বুইছে, মই বৰ নাৰ্ভাচ হৈ আছো।" মহন্তই নাকেৰে এগাল ধোঁৱা এৰি দিলে। "কালি শ্মশানৰ পৰা আহোঁতে ভালেখিনি ৰাতি হল। আজি আকৌ শোক-সভাৰ ব্যৱস্থা কৰিব লগা হল। অফিচৰ পৰা আহি মেচ পাইছো, ল'ৰাবোৰে কয়, মোক বিচাৰি পুলিচ আহিছিল, সন্ধিয়া এবাৰ সদৰ থানালৈ যাব কৈছে। মইতো ভাবি নাপাওঁ মোক আকৌ কিয় লগা হল।"

"কথা হল কি, আপুনি আৰু পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী মৃতকৰ লগত একেটা কোঠালিতে বহিছিল অফিচত। অফিচৰ গল্পবোৰৰ মাজতে এনে বহুতো সৰু-সুৰা কথা ওলাব পাৰে যিয়ে হয়তো আমাৰ কামত বহুত সহায় কৰিব পাৰে।" হাজৰিকাই কলে।

"ভাল গল্প কৰা মানুহটো পাইছে আপুনি হৰিচৰণ বাবুক। ৰাতিপুৱা আহি যে ফাইল লৈ বহিল সন্ধিয়ালৈকে মূৰ নোতোলে। কিন্তু সাংঘাতিক মানুহ আছিল তেখেত। হৰিচৰণ বাবুৰ হাতেৰে যদি কাগজ এখন পাৰ হৈছে, সি দহ বছৰ আগতেই হওক বা বিশ বছৰ আগতেই হওক, হৰিচৰণ বাবুই কৈ দিব আপোনাক কাগজ খনত কি আছিল! এবাৰ এজন মানুহে সাত বছৰৰ পিছত আৰু এটা ৰিফিউজি লোনৰ বাবে চেষ্টা কৰিছিল। হৰিচৰণ বাবুই দৰ্খাস্ত খন ছুদিন নিজৰ হাতত ৰাখিলে। তাৰ পিছত কয়, 'এই জন মানুহে আগতে এটা লোন পাইছে।' অফিচত কোনেও বিশ্বাস নকৰে। পিছে বিচাৰোতে বিচাৰোতে ওলাল মানুহ জনে বুঢ়া দেউতাকৰ নামত এটা তিনি হেজাৰ টকাৰ লোন লৈছিল সাত বছৰ আগতে। আৰু মানুহজনে জানিছিল কি!



দিন ৰাতি ফাইল নহলে কিতাপ লৈ বহি থাকিছিল। আপোনালোকে কলে বিশ্বাস নকৰিব, তেখেতে যে এনেকৈ অপঘাতত মৰিব তাকো জানিছিল।"

"তেখেতে কিবা কৈছিল নেকি মৃত্যুৰ কথা ?"

"আমাৰ পূৰ্ণেন্দু চক্ৰৱৰ্ত্তী, তেখেতৰ আকৌ ইন্সিওৰেন্সৰ এজেন্সি আছে নহয়, মোক ধৰি আছিল এটা ইন্সিওৰ কৰিবৰ বাবে। মই নকৰো, হৰিচৰণ বাবুইও কয় কৰক, কৰক, মানুহৰ দেহাৰ কথা, কেতিয়া অফিচৰ পৰা যাওঁতে বাটত গাড়ীয়ে চেপে বা কোনোবাই কোবাই মাৰে তাৰ ঠিক নাই।"

"তেনেকৈ বহুত মানুহেই কয়, ইন্সিওৰেন্সৰ কথা উঠিলে।"

"সিদিনাৰ কথা বাৰু বাদেই দিলো।" গোলক মহন্তই আধাপোৰা চিগাৰেটটো এচ্‌ট্ৰেটোত চেপি নুমাইছিল।

"আজি দহ নে পোন্ধৰ দিন হল হৰিচৰণ বাবুয়ে মোক কয়, 'কিমান পাপ কিমান চুৰি দেখিলো এই জীৱনত। কিমান মানুহক জেলত দিব পাৰো। জনাহলে তেওঁলোকে মোক একেদিনাই ইহকালৰ পৰা ছুটী দিলে হয়।' মই কওঁ, 'নিদিয়ে কিয় বেটাহঁতক জেলত সোমাই, আমাৰ গৌৰী অধিকাৰীৰ পৰা আৰম্ভ কৰক।' তেখেত কয়, 'ঈশ্বৰ সকলো দেখি আছে, মই বিচাৰ কৰিবৰ কোন ? অকল নিজৰ হাতেৰে কোনো অন্যায় নকৰাকৈ মৰিব পাৰিলেই হল।' "

"হৰিচৰণ ভট্টাচাৰ্য্যই আপোনাক নিজৰ আত্মীয়-স্বজন বা কোনো কাজিয়া-পেচালৰ কথা কেতিয়াবা কিবা কৈছিল নেকি ?"

"নাই, ছুই বুঢ়াই কেতিয়াবা সুখ-ছুখৰ কথা উলিয়াই, কিন্তু সেয়া নিজৰ মাজতেই। মই কোনোদিন মনোযোগেই দিয়া নাই সেইবোৰ কথাত। অকল জানো নাতিয়েকটো হেনো মদপী আৰু জুৱাৰী। সিও বোধ হয় মই পূৰ্ণেন্দু বাবুৰ মুখৰ পৰাই শুনিছো।"

"আপুনি মনত পেলাব পাৰে নেকি চাওকচোন কি সংক্ৰান্তত হৰিচৰণ বাবুই চুৰি আৰু পাপৰ কথা জানো বুলি কৈছিল।"

"এনেই কথাক কথাই।"

"হলেও কিবা এটা ঘটনাৰ বা কাৰোবাৰ কিবা মন্তব্যৰ পৰাতো কথাখিনি আৰম্ভ হব লাগিব।"

"যিমান দূৰ মনত পৰে—সিদিনাখন আমাৰ অফিচলৈ এজন কণী বেপাৰী আহিছিল। নামটো কিবা সৰকাৰ; সম্ভৱ যোগেশ সৰকাৰ, শ্বিলঙত কণী চাপ্লাইৰ এটা সৰু-সুৰা বিজনেচ আছে। পিছে যুৰত কিবা পোক উঠিল দণ্ডকাৰণ্যলৈ যায় বোলে। হৰিচৰণ বাবুৰ লগত বহুত কথা হল। মই অকল বুজিলো মানুহ জনে পুলিচক বৰ ভাল নাপায়। মই তাকে ঠাট্টা কৰিছিলো হৰিচৰণ বাবুক, বুঢ়া বয়সত চোৰ, ডকাইত, ঠগৰ লগত বন্ধুত্ব কৰা বুলি। তেতিয়া তেখেতে মোক খণ্ডতে আগতে কোৱা কথাখিনি কৈছিল।"

"সেই মানুহ জন ক'ত থাকে বা দেখিব কেনেকুৱা জানিব পাৰিলে আমাৰ ভালেখিনি সুবিধা হল হয়।"

"মানুহ জন ৰিলবঙৰ সিপিনে কৰবাত থাকে। দেখাত ক'লা, ক্ষীণ কিন্তু ওখ।"

"হৰিচৰণ বাবুৰ টকা-পইচাৰ লেঠা সম্পৰ্কে কিবা জানে নেকি?"

"নাই, এইটো চাকৰিত সোমাবৰ মোৰ এবছৰেই হোৱা নাই, তাৰোপৰি আনৰ ঘৰুৱা লেঠাত মই নাই।"

"ভাল বাৰু মহন্ত, আপোনাক বহুত কষ্ট দিলো, ধন্যবাদ খবৰ খিনিৰ বাবে।"

"তেনেহলে মই এতিয়া যাব পাৰো?"

"কিবা লগা হলে আপোনাক খবৰ দিম।"

গোলক মহন্তই কোঠালিটোৰ পৰা ওলোৱাৰ আগতে আৰু এটা চিগাৰেট জ্বলাই এগাল ধোৱা এৰি দিলে, যেন ধোঁৱাখিনিৰ লগতে এটা গধুৰ বোজা আঁতৰি গল।



ৰবীন হাজৰিকাই জ্যোতিষ বৰুৱাৰ পিনে মুখখন ঘূৰাই কলে, "আৰু এক মিনিট, তাৰ পিছত তহঁতৰ লগত ক্লাবলৈ যাব পৰিম। তহঁতে কোনটো ক্লাবলৈ যাবি, নিশ্চয় শ্বিলং ক্লাবলৈ নেযাব।"

"আমি দুয়োজনেই এলডোৰাডো ক্লাবৰ মেম্বাৰ।"

ৰবীন হাজৰিকাৰ ঘণ্টাৰ আহ্বানত সন্মুখত হাজিৰ হলহি পৰিচিত বুধৰাম। "বুধৰাম, তই মোৰ ঘৰলৈ গৈ মাইজীক কবি যে চাহাব কিবা এটা জৰুৰী কামত ওলাই গৈছে অহাত দেৰী হব। আৰু হুচেইন চাহাবক কবি কিবা যদি দৰকাৰ হয় মোক 'এলডোৰাডো' ক্লাবৰ পৰা মাতি আনিব। মনত থাকিব নহয় কথাখিনি। এতিয়া বেগাই যা আৰু মঙ্গল সিং থানাত আছে যদি মাতি দিবি অকমান।"

মঙ্গল সিং বোধ হয় আন কিবা কামত হাজৰিকাৰ ওচৰলৈ আহিছিল, কাৰণ বুধৰাম কোঠালিৰ পৰা ওলোৱাৰ আগতেই মঙ্গল সিঙে আহি চালাম দিলে। "তোমাক মাতি দিব মই এইমাত্ৰ কৈছিলো, আহিছা ভালেই হল। ৰিলবঙৰ সিপিনে এজন মানুহ থাকে। নাম যোগেশ সৰকাৰ, কণীৰ কাৰবাৰ কৰে। মানুহজন কোন, কি কৰে, পাৰিলে খবৰ লবাচোন কালি পৰহিৰ ভিতৰতে।"

"কিন্তু হুজুৰ........"

"বাকী কথা পিছত। মই এতিয়া জৰুৰী কাম এটাত ওলাইছোঁ।"

ওভাৰকোটটোৰ বুটাম মাৰি মাৰি হাজৰিকাই বৰুৱাক লক্ষ্য কৰি কলে, "মোৰ মতে এই কণী-বেপাৰীটোৰ হৰিচৰণবাবুৰ কেচটোৰ লগত কোনো সম্পৰ্ক নাই, হলেও খবৰ এটা লোৱা ভাল সিনো পুলিচক ভাল নাপায় কিয়।" তাৰ পিছত টুপীটো পিন্ধি বৰুৱা আৰু গোস্বামীৰ পোছাকলৈ চাই কলে, "ঠাণ্ডা নেলাগিব এই পোছাকত? এ, মই পাহৰিছিলোয়ে, তহঁত ডেকা ল'ৰা, ঠাণ্ডা কম। ৰাতিৰ সাজ পিছে ক'ত খাবি? খুৰীয়েৰক খবৰ দিম নেকি?"

"নালাগে, আজি ৰাতি শৰ্মাৰ অতিথি হম।" কনক গোস্বামীয়ে কলে বাৰান্দাৰ পৰা।

"শৰ্মাৰ অতিথি হম, মানে ?"

"আমাৰ ক্লাবৰ মেনেজাৰ পবনলাল শৰ্মা, দেখিলেই বুজিব।"

## ॥ পাঁচ ॥

হালধীয়া কম পাৱাৰৰ বাল্বটোৰ তলতে সৰু এখন চাইনবোৰ্ড 'ক্লাব এল্‌ডোৰাডো', তলত সৰু হাতৰ আখৰেৰে লিখা 'অকল সভ্য সকলৰ বাবে।'

শ্বিলং ক্লাব যদি বিলাতী 'ক্লাৱ সভ্যতা'ৰ ভৰিতীয় সংস্কৰণ হয়, এলডোৰাডো ক্লাৱ তাৰ জাৰজ সন্তান। মজলীয়া খাপৰ চৰকাৰী কৰ্ম্মচাৰী আৰু হেজাৰৰ কাৰবাৰ কৰা বিজনেচমেনৰ সংখ্যাই সভ্য সকলৰ ভিতৰত সৰহ। দৰমহা হেজাৰৰ বেছি হলেই বা ব্যৱসায় লাখৰ ঘৰত উঠিলেই সেইজন সভ্যক এলডোৰাডো ক্লাৱত আৰু দেখা নাপায়। কেতিয়াবা ক্লাৱৰ কথা উঠিলে তেখেতে ওপৰৰ ওঁঠটো বেঁকা কৰি কয় 'চি-ডি'। এলডোৰাডো ক্লাৱৰ বেছি ভাগ বদনামেই মিছা। অৱশ্যে এলডোৰাডো ক্লাৱলৈ আপুনি আপোনাৰ বান্ধৱীক লগত নিব পাৰে। দুদিন পিছত বান্ধৱী সলালেও আন সভ্যবোৰে ঘৰলৈ গৈ নকয়, "বুইছা, আমাৰ ৰামমূৰ্ত্তিয়ে মেৰীক বাদ দিলে। কালি পঞ্জাবী ছোৱালী এজনীৰ লগত দেখিছো। এলডোৰাডো ক্লাৱৰ সভ্য সকলে ঘৰত সাধাৰণতে ক্লাৱৰ কথা তুলিয়ায়।

গোস্বামী, হাজৰিকা আৰু বৰুৱা যেতিয়া এলডোৰাডো ক্লাৱ



আহি পালে, ক্লাৱৰ সন্মুখত মাত্র কৃষ্ণেন্দু হালদাৰৰ তেজ-ৰঙা ফিয়াট খন আৰু এখন প্ৰতিৰক্ষা বাহিনীৰ জীপ, বোধহয় কেপ্টেইন সিন্‌হাৰ। সোমবাৰে সভ্যৰ সংখ্যা ক্লাৱত এনেয়ে কম।

বাৰান্দাত টুপী, ছাটি, ওভাৰকোট থোৱা ৰেক খনৰ কাষতেই টুলত বহি আছে ক্লাৱৰ চকীদাৰ জীত্ বাহাদুৰ। জীত্ বাহাদুৰৰ হাতত ওভাৰকোট আৰু টুপী জমা দি অতিথিৰে সৈতে বৰুৱা আৰু গোস্বামী সোমাই গল ভিতৰলৈ। সোমায়েই কৰিডোৰ। কৰিডোৰৰ সোঁপিনে হলঘৰ।

হলঘৰত সেই সময়ত ইনা মালহোট্ৰা আৰু কেপ্টেইন সিন্‌হা, ৰবাৰ্ট আৰু মিনি স্কাৰ্ট পিন্ধা ছোৱালী এজনীৰ লগত টেব্‌ল টেনিচ মিক্সদ ডাবলছ খেলাত ব্যস্ত। দুখনমান কেৰমবোৰ্ড পাতি থোৱা আছে খেলোৱাৰ বিহীন ভাবে। বেৰত আওজাই থোৱা আছে এখন বেড্‌মিণ্টন খেলৰ নেট।

গোস্বামীক দেখি ইনা মালহোট্ৰাই ৰেকেটখন ডাঙি কলে, "হি!"

কনক গোস্বামীয়ে সোঁহাত খন মূৰৰ ওপৰলৈ তুলি কলে, "চেলুট, বিজি ?"

"এই গেমটো শেষ কৰি লওঁ।"

"ও,-কে, মই মেনেজাৰৰ গেষ্ট।"

হাজৰিকাক লক্ষ্য কৰি গোস্বামীয়ে কলে, "ইয়াতে থাকি কি কৰিব ? বাওঁপিনে আৰু এটা ৰুম আছে য'ত দেশী বিদেশী কাগজ আৰু মেগাজিন পাব। পিছে মোৰ মতে প্ৰথমতে মেনেজাৰ শৰ্মাৰ গেষ্ট হোৱাই ভাল। আপোনাৰ সিবিধ চলেতো ?"

"মোৰ ইবিধ, সিবিধ, কানিৰ বাদে সকলো বিধেই চলে, পিছে মেনেজাৰৰ অতিথি হোৱাটো কি বস্তু মই বুজা নাই।"

"সেইতোটো আমাৰ ক্লাৱৰ ৰহস্য। এইযে ৰুম দুটা দেখিছে, সেয়া হল ক্লাৱ। পিছৰ পিনৰ কোঠালি তিনিটা মেনেজাৰ পবন

লাল শৰ্মাৰ ব্যক্তিগত ব্যৱহাৰৰ বাবে। তাৰমানে তেখেতৰ কোৱাৰ্টাৰ। শৰ্মা আমাৰ খুব ভাল মানুহ। এতিয়া আমি যদি তেখেতৰ ড্ৰইংৰুমলৈ যাওঁ, শৰ্মা বা তেখেতৰ প্ৰতিনিধি জোনাথানে সুধিব আমি কি খাম, গোটা নে জুলীয়া। কৈ দিয়ক আপোনাৰ অন্তৰৰ বাসনা। জোনাথানে গিলাছত লৈ আহিব। কোনেও এ-পইচাও দিব নালাগে, খাই যাওক আমাৰ মেনেজাৰৰ ওপৰতে। এটা কথা কিন্তু কৈ থওঁ, অকল ভাৰতীয় বস্তুহে পাব, তাৰমানে আচানচোল, ৰামনগৰ, লক্ষ্ণৌ প্ৰোডাক্ট। কাৰণ পাঁচ-শ টকা দৰমহা পোৱা মেনেজাৰ এজনে ক্লাবৰ সভ্য সকলক দেৰ-শ টকাৰ স্কচ্ খুৱালে দেখাতেই বেয়া দেখি।"

"পইচা খিনি ক'ৰ পৰা আহে? ভাৰতীয় বস্তুও আজি-কালি সস্তা নহয়।"

"নাই নাই, খাদ্য বা পানীয়ৰ বাবে এপইছাও নিদিওঁ। হাজাৰ হওক আমি অতিথি। পিছে মাহৰ শেষত মাছুলৰ লগতে ক্লাবৰ তহবিলত কিছু টকা দান কৰে সকলোৱে। এই খিনিতে এটা বৰ আচৰিত কথা, যি মাহতে অলপ বেছি খাইছো বা বেছি অতিথি আহিছে, সেই মাহতে মেনেজাৰ কিয় জানো অলপ বেছিকৈ দান বিচাৰে।"

"বৰ ভাল ব্যৱস্থা ভাবি উলিয়াইছে আপোনালোকে!" হাজৰিকাই হাঁহি কলে।

"কি কৰিব, আজি কালি 'বাৰ' লাইসেন্স পোৱাৰ আগতে মিনিষ্ট্ৰি পাব পাৰি, তাৰোপৰি এক্সাইজ আৰু পুলিচৰ গোলমালো নাই। এই জ্যোতিষ, তই ইয়াতে থাক, ইনাৰ খেল চা। মই হাজৰিকাক লৈ যাওঁ মেনেজাৰৰ ঘৰলৈ।"

মেনেজাৰ পৱন শৰ্মাৰ ড্ৰইংৰুমটো হল ঘৰতকৈ অকণমান সৰু। কোঠালিটোৰ এপিনে তাচ খেলৰ টেবুল দুখন, কেইখন মান চকীৰ সৈতে। এখন টেবুলত জোৰ ফ্লাচ খেলা চলি আছে, পিছে খেলোৱাৰতকৈ দৰ্শকৰ সংখ্যাই বেছি। কোঠালিটোৰ আনটো মূৰত দুখন চোফা চেট এনে ভাৱে পতা যাতে ইখনৰ কথাবতৰা আনটো চেটত বহা মানুহে শুনিব নাপায়। চোফাৰ সন্মুখত কেইখন মান সৰু সৰু টেবুল।

গোস্বামী আৰু হাজৰিকাক দেখি তাচ খেলৰ দৰ্শক সকলৰ মাজৰ পৰা এজন বগাকৈ শকত মানুহ উঠি আহিল। মূৰত তেখেতৰ পিতলৰ খুকুৰিৰে সৈতে এটা নেপালী টুপী। গোটেই কেইটা দাঁত ওলোৱা হাঁহি এটি মাৰি কলে, "গোস্বামী আজি ইমান দেৰীকৈ যে? লগত হাজৰিকাও দেখোন! কি ভাগ্য আমাৰ!" তাৰ পিছত হাজৰিকাক লক্ষ্য কৰি কলে, "কি আচৰিত হৈছেতো, আপোনাক কেনেকৈ চিনি পাওঁ। বহক, বহক, ক্লাব চলাওঁ, পুলিচৰ মানুহক নিচিনিলে চলে নে? আজি নহলে কালি কোনোবাই নহয় কোনোবাই বেনামী চিঠি দিবই, আমাৰ ক্লাবত বেআইনী ভাৱে মদ বিক্ৰী কৰা হয় বুলি। তাৰ পিছত আপোনালোকেই আহিব, এন্‌কোৱাৰি কৰিব। নে আহিছেই এন্‌কোৱাৰি কৰিব? আপোনাক গোস্বামীয়ে সকলো খবৰ দিব। তেখেত আমাৰ ক্লাবৰ চেক্ৰেটাৰী। আমাৰ স্পেচিয়েলিটি হল আমি সদায় আইন মানি চলো।" একে উশাহতে ইমান খিনি কথা কৈ তেখেতে বোধহয় উশাহ লবৰ বাবেই অকমান ৰল।

"এখেত আমাৰ ক্লাবৰ মেনেজাৰ পৱন লাল শৰ্মা। বৰ ভাল মানুহ, দোষৰ ভিতৰত অলপ বেছি কথা কয়। পিছে মনোযোগ দি শুনিলে আপুনি শ্বিলঙৰ সকলো দৰকাৰী খবৰ পাব। কালি 'তীৰ'ত কোন নম্বৰ উঠিবৰ পৰা, মন্ত্ৰীসভাত নতুনকৈ কোন সোমাব। মানুহে কয় মুখ্যমন্ত্ৰীয়ে হেনো এখেতৰ লগত পৰামৰ্শ নকৰাকৈ একো কামত হাত নিদিয়ে।"

"ঠাট্টা কৰে কেলেই? পিছে কি দিবলৈ কম আপোনা-লোকক?"

"মোক ৰাম—নীট্। আপোনাক হাজৰিকা ?" গোস্বামীয়ে সুধিলে।

"মোকো ৰাম, পিছে পানী মিহলাই। নীট্ খোৱাৰ বয়স গৈছে।"

"ভাৰতীয় বস্তুৰ ভিতৰত ৰাম আৰু লণ্ডন জীনেই ভাল।" গোস্বামীয়ে মন্তব্য কৰিলে। তাৰ পিছত শৰ্মাক সুধিলে, "আৰু কি খুৱাব ?"

"ভাল মাটন্ কাট্‌লেট আছে।"

"আপোনাৰ পিয়াজৰ কাট্‌লেট মই নাখাওঁ দেই, মাফ কৰিব। আৰু কি আছে ?"

"মাংসৰ টিন্ এটা কাটি দিব পাৰো।"

"ঠিক আছে, জোনাথানক টিন্‌টো গৰম কৰি আনিব দিয়ক, কিন্তু আমাৰ সন্মুখত কাটিব দিব, লগতে ৰুটি।" গোস্বামীয়ে কলে।

"আপুনি ইমান দিনৰ সভ্য গোস্বামী, আৰু মোক এই খিনিও বিশ্বাস নকৰে।" পৱন শৰ্মাই আহত হোৱাৰ ভাও জুৰিলে।

"ইমান দিনৰ সভ্য বাবেই তো টিন্‌টো সন্মুখত কাটিব দিছো। আৰু শুনক, কৃষ্ণেন্দু হালদাৰক মোৰ ওচৰলৈ আহিব নিদিব কোনো পধ্যেই।"

"কিয়, কৃষ্ণেন্দু হালদাৰ আকৌ আপোনাক কি কৰিলে ?" শৰ্মাই সুধিলে।

"নকৰ আৰু, মাৰিছে মোক দিগদাৰ কৰি। কনট্ৰেক্ট এটা লাগে বোলে। কোনোপধ্যেই বুজাব নোৱাৰো যে মই কনট্ৰেক্ট দিব পৰা ডাঙৰ অফিচাৰ নহয়।"

পৱন শৰ্মাই জোনাথানক অৰ্ডাৰ খিনি দিবৰ বাবে দুখোজমান গৈ হঠাতে মুখখন ঘূৰাই সুধিলে, "ৰব গোস্বামী, আপোনাক এটা কথা সোধো বুলি কেবাদিনৰ পৰা ভাবি আছোঁ, সাধাৰণতে আপুনি জাৰ পৰিলেই দেখোন শ্বিলং এৰে জৰিপৰ কামত। এই বছৰ দেখোন শ্বিলঙতে ৰহি আছে। বিয়া পাতিব নেকি ?"

"মই নহলে আপোনাৰ সুবিধা হয়তো, কোনেও ক্লাবৰ হিচাব নাচায়। পিছে আপোনাৰ মিছা আশা। আৰু দুটা বছৰ জাৰ-কালি মই শ্বিলঙতে থাকিম। থিছিচ লিখিবলৈ লৈছো ডক্তৰেট ডিগ্ৰীৰ বাবে। এতিয়া যাওক, সোনকালে বস্তুখিনি পঠিয়াই দিয়ক। হাজৰিকাৰ টোপনি আহিলেই সিপিনে।" কলে গোস্বামীয়ে।

দিনটোৰ কামৰ পিচত কোমল চোফাখনত বহি হাজৰিকাৰ চকুদুটা সঁচাকৈয়ে মুদ খাই আহিছিল। চকু নেমেলাকৈয়ে তেখেতে কলে, "বাহিৰৰ জাৰৰ পিচত অলপ উম লাগিলেই টোপনি ধৰে।"

ইতিমধ্যে জোনাথানে ট্ৰেখনত দুটা গিলাছত আধা গিলাচকৈ ৰাম, জগ এটাত অলপ পানী আৰু প্লেট এখনত ভজা কাজু-বাদাম আনি সৰু টেবুল এখনত থলে। টেবুলখন গোস্বামী আৰু হাজৰিকাৰ পিনে আগুৱাই দি কলে, "মাংস আৰু ৰুটী এতিয়াই লৈ আহিছো।"

মেনেজাৰ চাহাবে কলে—"কাজুবাদামখিনি ক্লাবৰ তৰফৰ পৰা।" "ক্লাবৰ তৰফৰ পৰা মানে, মেনেজাৰৰ পকেটৰ পৰা।" গোস্বামীয়ে বুজাই দিলে, "শৰ্মাই পুলিচৰ মানুহ দেখিলেই গলি যায়।" গোস্বামীয়ে গিলাচ এটা তুলি এসোহা মাৰি ভজা কাজুবাদাম দুটামান মুখলৈ দলিয়াই দিলে। কাজুবাদাম চোবাই চোবাই সুধিলে, "পৰহি যে মানুহজনক অফিচৰ পৰা যাওঁতে মৰিয়াই মাৰিলে, জ্যোতিষে কৈছে বাটৰ গুণ্ডাই হেনো মৰা নাই। আপুনি বাৰু মানুহজনক কিয় মাৰিলে বুলি ভাবে ?"

ৰবীন হাজৰিকা নিজৰ গিলাছত পানী ঢলাত ব্যস্ত আছিল। গিলাছটো হাতত লৈ সুধিলে, "কি কৈছিল আপুনি ? কিয় মাৰিলে হৰিচৰণ ভট্টাচাৰ্য্যক ? কেনেকৈ কম কওক। নিজেই নাজানো।

কিন্তু বিশ বছৰৰ ওপৰ খুনৰ কেচ দেখি দেখি যি বুজিছো, মানুহে তিনিটা কাৰণত খুন কৰিব ওলায়—লোভত, ভয়ত নহলে ঈৰ্ষাত। খঙতে কৰা হত্যাক আচল খুন বুলিব নোৱাৰি।" হাজৰিকাই বোধহয় আৰু কিবা কব খুজিছিল, কিন্তু ইতিমধ্যে জোনাথানে খোৱা বস্তু লৈ আহিলেই।

খোৱা হোৱাত হাজৰিকাই ৰুমালেৰে মুখখন মচি মচি কলে, "গোস্বামী বেয়া নেপাব। আজিলৈ উঠো আৰু। মই থকাবাবে বোধহয়ত জ্যোতিষও ইয়ালৈ আহিব পৰা নাই। তাৰোপৰি জানেয়েতো ঘৰত মালিক আছে, বেচি ৰাতি হলে কৈফিয়ত দিব লাগিব।"

কনক গোস্বামীয়েও চোকাৰ পৰা উঠিল, "বোলক, আপোনাক আগুৱাই দি আহোঁ। বিয়া কৰোৱা নাই যদিও আপোনালোকৰ অৱস্থা বুজো।"

ৰবীন হাজৰিকাক ক্লাবৰ গেটৰ ওচৰলৈ আগুৱাই দি যেতিয়া কনক গোস্বামী ঘূৰি আহিল, দেখে জ্যোতিষ বৰুৱাই মাটন কাট্‌লেট্ খোৱাত ব্যস্ত। সিপিনে তাচৰ খেল ভাঙিছে। ক্লাবৰ মেনেজাৰ পৱন শৰ্মাই কৃষ্ণেন্দু হালদাৰৰ লগত কথা পতাত ব্যস্ত। কনক গোস্বামীক দেখিয়েই পৱন শৰ্মাই আঙুলি এটাৰে দুৱাৰখন দেখুৱাই দিলে। গোস্বামীয়ে বুজিলে যে হালদাৰক আৰু বেছি সময় ধৰি ৰাখিব পৰা নেযাব, সময় থাকোতেই পলাওক।

অকণো সময় নষ্ট নকৰি গোস্বামীয়ে লাইব্ৰেৰি ৰুমৰ মাজেৰে গৈ কাষৰ সৰু বাৰান্দা এখনত ওলাল। যাওঁতে বাটতে জোনাথানৰ হাতৰ পৰা আন কাৰোবালৈ বুলি অনা হুইস্কিৰ গিলাছ এটা থাপ মাৰি উঠাই ললে। গিলাছটো মজিয়াত থৈ গোস্বামীয়ে চিগাৰেট এটা জলালে। তাৰ পিচত চকুহুটা মুদি সুখেৰে সোহা এটা মাৰো বুলি গিলাছটো তুলি ললে, কিন্তু হঠাতে কান্ধত কাৰোবাৰ



হাতৰ মৃদু পৰশ এটা পাই উচপ খাই উঠিল। গিলাছৰ পৰা হুইস্কি অকমান ছিটিকি পৰিল। মুখখন ঘূৰাই দেখে ইনা মালহোট্ৰা, শাৰীৰ ওপৰত এটা গুণাৰ বনকৰা কাশ্মিৰী ক্লোক্। "অ' মিচ্ মালহোট্ৰা, বহক, বহক, আৰু এখন খালি চকি আছে।"

"কি ভাবি আছিল বাৰু আপুনি, ইমান উচপ খাই উঠিল যে?"

"আপুনি ভাবিছে আপোনাৰ কথা ভবা বুলিতো, পিছে সঁচা কথা কব গলে, জীৱনত এই এটা মাত্ৰ ক্ষণ যেতিয়া আপোনাৰ কথা ভবা নাছিলো।"

ইনা মালহোট্ৰাই চকিখন টানি লৈ গোস্বামীৰ প্ৰায় গাতে গা লগাই বহি ওঁঠ দুটা ওফোন্দাই কলে, "আপুনি মোৰ কথা ভাবিলেই হৈছে। এতিয়া কওকচোন কি ভাবি আছিল।"

"পৱনলাল শৰ্মা অতি ভাল মানুহ, অত্যন্ত ভাল মানুহ, পৃথিৱীৰ আটাইতকৈ ভাল মানুহ, মোক কৃষ্ণেন্দু হালদাৰৰ পৰা আজিৰ বাবে বচাই দিছে। তাৰ পিছত আপোনাৰ হাতৰ মৃদু পৰশ পায়েই মনত পৰিল যে পৱনলাল শৰ্মাতকৈও ভাল মানুহ আছে।"

"আপুনি কৃষ্ণেন্দু হালদাৰক ইমান বেয়া পায় কিয়?"

"কোনে ক'লে মই হালদাৰক বেয়া পাওঁ বুলি, খুব ভাল পাওঁ। একেবাৰে নিজৰ ককাইদেউ যেন দেখো। কিন্তু তেখেতৰ কন্ট্ৰেক্টৰ কথা শুনোতে শুনোতে মই এখন কাণেৰে অলপ কম শুনা হৈছো।"

"আপোনাৰ সকলো কথাতে ঠাট্টা"—ইনা মালহোট্ৰাই হাঁহি মাৰি কলে। বাৰান্দাৰ কম পোহৰতো তেওঁৰ বগা দাঁত কেইটা চিক্-মিকাই উঠিল ৰঙা ওঠৰ ফাঁকেৰে। "নিদিয়ে কিয় কন্ট্ৰেক্ট এটা পাবে যদি। মানুহজন ইমান অনেষ্ট আৰু চিন্‌চিয়েৰ। কিমান কষ্টত এই বিজ্‌নেছটো গঢ়ি তুলিছে—মোক এদিন কৈছিল।"

"মোৰ বিয়াৰ ৰভা বন্ধাৰ কণ্ট্ৰেক্টটো দিওঁ বুলি ভাবিছো, কিন্তু ল'ব জানো ইমান সৰু কণ্ট্ৰেক্ট ?"

"আপুনি বিয়া পাতিছে নেকি ? মোকতো কোনেও একো কোৱা নাই।"—আচৰিত হৈ কলে ইনা মালহোট্ৰাই।

"বিয়াৰ একো ঠিক হোৱা নাই, কিন্তু সেই একেটা কণ্ট্ৰেক্ট মোৰ হাতত আছে। আপুনি যেতিয়া দিব কৈছে কণ্ট্ৰেক্টটো কৃষ্ণেন্দু হালদাৰকেই দিম মিচ্ মালহোট্ৰা।" গোস্বামীৰ কান্ধত লাহেকৈ ঠেলা মাৰি ইনা মালহোট্ৰাই আবদাৰৰ সুৰত ক'লে—"সঁচা কথা কওক না, আপোনাৰ বিয়া ঠিক হৈছে নেকি ? আপোনালোক মতা মানুহবোৰৰ কোনো বিশ্বাস নাই। এই খেলিছে ফুৰিছে, মাকৰ অসুখ বুলি সাতদিনৰ ছুটি লৈ ঘৰলৈ গল, তাৰ পিচত দেখো মেখেলা-চাদৰ মেৰোৱা এহাত ওৰণি লোৱা ক্লাচ নাইনৰ ছোৱালী এজনী লৈ আহিছে। তাৰ পিচত মূৰ্খৰ দৰে হাঁহি এটা মাৰি কব—'হেঁ, হেঁ, কি কৰিম আৰু, মাদাৰ চিক্। গ্ৰেণ্ড-মাদাৰেও বৰকৈ ধৰিলে। মই কৈ দিলো, তহঁতে যি ভাল দেখ কৰ।' তাৰ পিচত আৰু তেখেতক ক্লাবত নেদেখে। যোৱাবাৰ ডাঃ মহন্তই তেনে কৰিলে।"

"নাই মিচ্ মেলহোট্ৰা, আপোনাৰ অনুমতি নোপোৱাকৈ অন্ততঃ মোৰ বিয়া নহয়।" গোস্বামীয়ে খালি গিলাছটো মজিয়াত থৈ ক'লে।

"আপুনি মোক ইনা নোবোলে কিয় আনবোৰৰ দৰে ? মিচ্ মালহোট্ৰা বুলি ক'লে বৰ কিবা কিবা লাগে।"—কনক গোস্বামীৰ হাতৰ পৰা নিজৰ হাতখন এৰুৱাবৰ কোনো চেষ্টা নকৰি ইনা মালহোট্ৰাই ক'লে।

"কাৰণ, আপোনাৰ ওচৰত মই আনবোৰৰ এজন হবলৈ নিবিচাৰো।" কনক গোস্বামীয়ে বাওঁহাতখন লাহেকৈ মিচ্ মালহোট্ৰাৰ কান্ধত থলে। ইনা মালহোট্ৰাইও অকমান লৰি গোস্বামীৰ আৰু কায চাপি ৰহিল।



"কথা হৈছে কি, আমাৰ কামটো অলপ আচহুৱা—ছমাহ ঘৰত, ছমাহ বনে-জঙ্গলে ঘূৰি ফুৰিব লাগে।" গোস্বামীয়ে কৈ গ'ল, "আজি ইয়াত কালি তাত। হয়তো ট্ৰেন্সফাৰ হৈ যাম কাশ্মীৰ বা পঞ্জাৱত। মোক তেনে ছোৱালী লাগে, যেয়ে সকলোৰে লগত মিলিব জুলিব পাৰে—কিন্তু যাক মই নিজৰ জীৱনটো দিও বিশ্বাস কৰিব পাৰো।"

কনক গোস্বামীৰ ওঁঠ দুটাই নিজে নিজেই ইনা মালহোট্ৰাৰ গালৰ ওপৰেৰে পিছলি গৈ লিপ্‌ষ্টিক্ ঘঁহা ওঁঠ দুটা বিচাৰি ললে। গোস্বামীৰ হাতত অলস ভাৱে পৰি থকা ইনা মালহোট্ৰাৰ হাতৰ মুঠিটো যেন টান হৈ গ'ল আৰু তাৰে পৰিপূৰক ভাবে কুমলি গল ওঁঠ দুটা। গোস্বামীৰ বাওঁহাতখন লাহে লাহে পিছলি আহিল ইনা মালহোট্ৰাৰ কান্ধৰ পৰা।

"চৰি !"

"নেভাৰ মাইণ্ড" ইনা মালহোট্ৰাৰ ওঁঠৰ পৰা ওঁঠ দুটা তুলি আনি কলে কনক গোস্বামীয়ে। তাৰ পিছত ৰুমালেৰে ওঁঠ দুটা মচি মচি আৰু কিবা কলে অস্পষ্ট ভাবে। বোধহয় কিবা অশ্লীল শব্দ।

কৃষ্ণেন্দু হালদাৰে যদিওবা অপ্ৰস্তুত হৈছিল, মুখত বা মাতত তাৰ একো চিন ফুটি নুঠিল। "গোস্বামী আপুনি ইয়াতে ? মই আকৌ গোটেই সন্ধিয়া আপোনাক বিচাৰি ফুৰিছো। তাচ খেলি থকাৰ সময়ত এবাৰ চকা-মকাকৈ দেখা যেন পালো, লগত কোনোবা পুলিচৰ পোছাক পিন্ধা মানুহ। তাৰ পিচতেই চাওঁ আপুনি বতাহৰ লগত মিলি গৈছে। মোৰ আকৌ আপোনাৰ লগত বৰ দৰকাৰী কথা এটা আছিল।"

"আজিৰ বাবে এৰি দিয়ক হালদাৰ।" গোস্বামীয়ে হাত দুখন জুৰি ক'লে। "অহাকালি গোটেই সন্ধিয়াটো আপোনাৰ কণ্ট্ৰেক্টৰ কথা শুনিম।"

"আপোনাৰ সকলো সময়তে ঠাট্টা।" মজিয়াৰ পৰা গোস্বামীৰ

খালি গিলাছটো তুলি হালদাৰে কলে—“গিলাছটো খালি দেখোন। ৰব, মই লৈ আহিছো। কি খাব?”

“মোৰ সদায়েই ৰাম। হিচাবটো কিন্তু আপোনাৰ।”

“নিশ্চয়, নিশ্চয়।”

কৃষ্ণেন্দু হালদাৰ ওলাই যোৱাৰ পিছতহে গোস্বামীয়ে লক্ষ্য কৰিলে ইনা মালহোট্ৰা নোহোৱা হৈ গৈছে। হাতখন চকুৰ ওচৰলৈ নি ঘড়ীটো চালে, প্ৰায় চাৰে দহ বাজিল। “ঘৰলৈয়ে যাবৰ হ’ল, ৰক্ষা।” গোস্বামীয়ে নিজকে নিজে কলে।

কৃষ্ণেন্দু হালদাৰ আহি ইনা মালহোট্ৰাই খালি কৰি যোৱা চকীখনত বহি গিলাছ এটা গোস্বামীৰ হাতত তুলি দি এটা দীঘল হুমুনিয়াহ কাঢ়ি ক’লে, “আপুনিতো মোক বেয়াই পাইছে গোস্বামী—কণ্ট্ৰেক্টৰ কথা কওঁ বাবে। পিছে আমিওতো কিবা কৰি খাব লাগিব। আপোনালোকৰ দৰে বিদ্যা-বুদ্ধি থকা হ’লেতো কথাই নাছিল।”

“কিন্তু মিষ্টাৰ হালদাৰ, আপোনাক এশবাৰ কৈছো, আমাৰ ইয়াৰ পৰা কোনো বস্তুৰে অৰ্ডাৰ দিয়া নহয়। যিবোৰ বস্তুৰ দৰকাৰ হয়, কলিকতাৰ হেড্ অফিচে অৰ্ডাৰ দি কিনে।” গোস্বামীয়ে নিতান্ত হতাশ হৈ ক’লে।

“জানো, মিঃ গোস্বামী, জানো। সেইখিনি নেজানিলে বিজ্‌নেছ চলাব নোৱাৰিলো হয়। মই কলিকতাৰ অফিচৰ পৰাই খবৰ পাইছো আপোনালোকে হেনো কেবা হেজাৰ টকাৰ বস্তু চাপ্লাইৰ বাবে কলিকতালৈ লিখি পঠিয়াইছে। এতিয়া মই যদি অলপ আগধৰি জানিব পাৰিলো হয়, আপোনালোকক কি কি বস্তু লাগে মোৰ ভালেখিনি সুবিধা হয়। আন আন কোম্পানীতকৈ কিজানি সস্তাতে বস্তুখিনি দিব পাৰিলো হয়। চাওক গোস্বামী, আপুনি মোৰ বন্ধু মানুহ, মোৰ লাভ মানে আপোনাৰো লাভ।” কৃষ্ণেন্দু হালদাৰে বৰ অন্তৰঙ্গ সুৰেৰে কলে।



“এহেঃ, জিওলজিৰ চাকৰিতো যে ঘোচ খাব পাৰি, এই প্ৰথম জানিলো!” গোস্বামীয়ে কলে। “পিছে জানেইতো আমাৰ নতুন নিয়মবোৰ; অকল ৰেজিস্তাৰড্ চাপ্লাইয়াৰবোৰক চিল্ মৰা লেফাফাত অৰ্ডাৰৰ কপি একোটা দিয়ে। তাৰ পিছত কোটেশন চাই ঠিক কৰে কোনে কণ্ট্ৰেক্ট পাব। এতিয়া মই আপোনাক কৈ দিলে দেখোন লেফাফাত মোহৰ মৰাৰ কোনো মানেই নহব। এতিয়া ভাবি চাওকচোন কিমান মজা। আপুনি লাখ টকাৰ কণ্ট্ৰেক্ট বুলি খামটো খুলিব, দেখিব এদজন দোৱাত কলম আৰু তিনিডাল বাঢ়নীৰ দাম কিমান পৰিব সুধিছে।”

“আমাৰ চৰকাৰৰ কথা নাজানোনে, প্ৰত্যেকজন ডিৰেক্টৰে নতুন নতুন নিয়ম কৰে চুৰি বন্ধ কৰিবৰ বাবে। তাৰ পিছত বিটায়াৰ কৰে ছুতলা ঘৰ এটা বান্ধি, আৰু বেঙ্কত ঘৈণীয়েকৰ নামত কেইলাখ মান টকা জমা থৈ।” হালদাৰে একে সোহাই গিলাছটো শেষ কৰি কলে।

“কি কৰিব আৰু! মই ডিৰেক্টৰ হোৱালৈকে অপেক্ষা কৰক, তেতিয়া ভাল ভাল নিয়মবোৰ কৰিম। পিছে আপুনি মোক খাতিৰ কৰাতকৈ নামটো ৰেজিষ্টাৰ কৰিলেই হল দেখোন।”

“তাৰেনো চেষ্টা কৰা নাইনে? প্ৰথমেই কলে ইমিগ্ৰেচন্ আৰু ডমিচাইল্ড ছাৰ্টিফিকেট লাগে। আচল কাগজখন কলৈ গল তাৰ পাট্টাই নাই। গ’লো তাৰে কপি বিচাৰি গৌৰী অধিকাৰীৰ তালৈ। আজি দিম কালি দিম কৰি আছিল, যোৱা শনিবাৰে গৈছিলো, কলে সোমবাৰে আহি লৈ যাব। আজি গলো, অফিচত কোনেও কাম নকৰে, বুঢ়া এটা মৰিল বোলে তাৰে শোক সভা। এনেহে কপাল—যিজন মানুহৰ হাতত মোৰ ফাইলটো আছিল সেইজনকে সন্ধিয়া কোনোবাই বাটত কোবাই মাৰিলে। এতিয়া কাগজখন পাওঁতে কমেও আৰু এমাহ লাগিব।”

"দেখিছে আপুনি কেনেকৈ মানুহ এজন মাৰিলে।" গোস্বামীয়ে অলপ জোকাই লওঁ বুলি কলে।

"মানে? আপোনাৰ ঠাট্টাটো বুজি নাপালো।"

"আপোনাৰ ফাইল চাওঁতে চাওঁতে মানুহজনৰ অফিচতে সন্ধিয়া হৈ গল, দিনে পোহৰে ঘৰলৈ ফিৰা হলে এনেখন হব নাপালে হয়।" গোস্বামীয়ে কলে।

"ঠাট্টাৰো এটা সীমা থাকিব লাগে! এইবোৰ কথালৈ ঠাট্টা কৰিবও নাপায়!"

গোস্বামী আৰু হালদাৰৰ কথা বোধহয় আৰু বহুসময় চলিল হয়, কিন্তু ইতিমধ্যে জ্যোতিষ বৰুৱাই গোস্বামীক বিচাৰি সেইখিনি ওলাল।

"এই উঠ, এঘাৰ বাজিবৰ হৈছে। আৰু মিঃ হালদাৰ, আপোনাৰ বাবে মিচ্ মালহোট্ৰা ৰৈ আছে।"

"এঃ, হয় নেকি? ভেৰি চৰি, ভেৰি চৰি।" হালদাৰে খপজপাই চকীখনৰ পৰা উঠিল, "বাৰু আহোঁ দেই। গোস্বামী, আশাকৰো কালি আকৌ দেখা হ'ব।"

হালদাৰ যোৱাত গোস্বামীয়ে জ্যোতিষ বৰুৱাৰ হাতখন ধৰি কলে—"বোপাই, তই মোৰ জীৱনটো ফিৰাই দিলি; আহ, চুমা এটাকে খাওঁ।"

"তোৰ আজি টনাত অলপ বেছি হৈছে যেন পাইছো। ব'ল যাব লাগে। ক্লাৱত আৰু কোনো মানুহ নাই।"

বৰুৱা আৰু গোস্বামীয়ে ক্লাৱৰ বাৰান্দাৰ পৰা দেখিলে কৃষ্ণেন্দু হালদাৰৰ ফিয়াট খন ওলাই গৈছে। ওখ খোপাটোৰে সৈতে ইনা মালহোট্ৰাৰ মূৰটো যেন প্ৰয়োজনতকৈ বেছিকৈ হালি গৈছে কৃষ্ণেন্দু হালদাৰৰ পিনে।

"কৃষ্ণেন্দু হালদাৰ এটা শগুণ।" বাৰান্দাৰ পৰা খট্‌খটিৰে নামি নামি মন্তব্য কৰিলে কনক গোস্বামীয়ে।



"লাহে, লাহে! লাহে, লাহে"—জ্যোতিষ বৰুৱাই কাষলতিৰ তলত হাত এখন দি জোৰকৈ ধৰি ললে গোস্বামীক।

"কি হল? হিন্দীতে যাকে কয় কাবাব মে হাড্ডি নেকি? ইনা মালহোট্ৰা ছোৱালীজনীও কম নহয়। দেখিছনে নাই চলিত ষ্টাইলতকৈও আজি ব্লাউজটো আধা ইঞ্চি ওপৰলৈ উঠি গৈছে আৰু শাৰীখন আধা ইঞ্চি তললৈ। এঃ, মই শুকক আৰু কি বেদ পঢ়াম, লক্ষ্য তই নিশ্চয় ভালকৈয়ে কৰিছ। তোৰ ওঁঠত লাগি থকা লিপ্‌ষ্টিক্ খিনিয়ে তাৰ প্ৰমাণ দিয়ে।"

কনক গোস্বামীয়ে পকেটৰ পৰা ৰুমালখন উলিয়াই ওঁঠত দুবাৰ মান জোৰকৈ ঘঁহি ক্লাৱৰ গেটৰ লাইটৰ ওচৰলৈ নি ৰুমালত লগা লিপ্‌ষ্টিক্‌ৰ দাগ খিনি চাই ললে। তাৰ পিছত সযত্নে ৰুমাল খন পকেটত ভৰাই কলে, "তই যিয়ে নকৱ, ছোৱালী জনীৰ কিবা এটা আছে।"

"তই আকৌ কেতিয়াৰ পৰা ইমান ভাবুক হলি? মই জনাত তোৰ কৱিতা লিখাতো এটা ছোৱালী আকৰ্ষণ কৰা কায়দা। ময়েই কৈ দিওঁ দে, ছোৱালী জনীৰ কি আছে—এখন ধুনীয়া মুখ আছে, এটা ধুনীয়া শৰীৰ আছে, যিটো পিন্ধাই উৰাই শুৱনীকৈ মানুহক দেখুৱাব পাৰে। এক বাকছ বদ্‌নাম আছে। কিন্তু দেউতাকৰ যদি টকা থকা বুলি ভাবিছ তেনে হ'লে সেইটো ভুল।"

"বাপেকৰ টকাৰ কথা আকৌ কেলেই? মোক লাগে অন্তৰ।" কনক গোস্বামীয়ে হিকতি এটা মাৰি কলে।

"আমাৰ পৱন শৰ্মাৰ মুখত শুনা শেহতীয়া বদ্‌নাম মতে ইনাৰ দেউতাক ঈশ্বৰী মালহোট্ৰাৰ হেনো বহু পইছা লোকচান হৈছে বিজ্‌নেছত। এতিয়া কৃষ্ণেন্দু হালদাৰৰ লগ লাগি নতুনকৈ বিজ্‌নেছত নামিবৰ ঠিক কৰিছে। শৰ্মাৰ মতে টকা খিনি হালদাৰৰ। তাৰ মানে ইনা মালহোট্ৰাৰ অন্তৰ খনো বোধহয় হালদাৰৰ।"

"তই এটা ছোটলোক, তোৰ বন্ধু পৱন শৰ্মা এটা ছোটলোক আৰু কৃষ্ণেন্দু হালদাৰ এটা শিয়াল। উঃ!" ক্লাবৰ পৰা ওলোৱাৰ মুখতে গোস্বামীয়ে বোধ হয় এইটো তৃতীয় নে চতুৰ্থ উজুতি খালে।

"টেক্সি এখন লব লাগিব দেখিছো। তই পুলিচ বজাৰ পৰ্য্যন্ত যাব পাৰিবিতো? সদায় কওঁ নাখাবি সিগাল।"

"ঠিক আছে, ঠিক আছে, মোৰ চব ঠিক আছে—তই অকল পোনে পোনে গৈ থাক। এই কৃষ্ণেন্দু হালদাৰটো ওলাল ক'ৰ পৰা মাটি ফুটি? আজি পাঁচ বছৰ আগতেওতো সি নাছিল। ধেৎ!!" কনক গোস্বামীৰ কান্ধ খনে জ্যোতিষ বৰুৱাক ভাল খুন্দা এটা দিলে।

"তোক দেখিছো এতিয়া ডাঙি নিব লাগিব। কিমান দিন কৈছো ছুবিধ বস্তু নিমিহলাবি। অঃ, তই কৈছিলি কৃষ্ণেন্দু হালদাৰৰ কথা, তই যিমান খিনি জান, ময়ো সিমান খিনিয়ে জানো —ইষ্টাৰ্ণ হিমালয়ান বিল্ডাৰ্চ এণ্ড ট্ৰেচাৰ্চৰ অসমৰ এজেণ্ট। পিছে মই ভাবো কোম্পানীটো তাৰেই কাৰণ,—এই টেক্সি!" খালি টেক্সি এখন বাটেৰে যোৱা দেখি জ্যোতিষ বৰুৱাই ৰখাই হুকুম দিলে "পহলে লাইমুখৰা আওৰ বাদমে বিষ্ণুপুৰ।" টেক্সি চলিব আৰম্ভ কৰাৰ লগে লগে শুনা গ'ল গোস্বামীৰ মৃদু নাকৰ মাত। বৰুৱাই অকমান হাঁহি নিজকে নিজে ক'লে, "বেটা মদপী।"

## ॥ ছয় ॥

চৰকাৰী কাৰ্য্যালয়বোৰত কামৰ আটাইতকৈ হেঁচা পৰে দুই মান বজাত। যিখিনি কাগজ সিদিনাখনেই উলিয়াই নিদিলে নহয়, গোটেই খিনি কাগজ সাধাৰণতে তিনি বজাৰ আগে আগে জমা হয় গৈ টাইপিষ্টৰ টেবুলবোৰত।

জ্যোতিষ বৰুৱাক যেতিয়া চাপ্ৰাচীজনে ভিজিটিং কাৰ্ড এখন দিলে, বৰুৱা 'নোট' এটা লিখাত ব্যস্ত আছিল। কোনেনো কাৰ্ড পঠিয়ালে নোচোৱাকৈয়ে কলে, "অকমান ৰব দে। কবি ব্যস্ত আছো।"

'নোট'টো লিখা হোৱাত বৰুৱাই টাইপিষ্টক মাতি টাইপ কৰিব দিলে। তাৰ পিছত ভিজিটিং কাৰ্ডখন হাতত তুলি ললে। কাৰ্ড খন গোস্বামীৰ, "মিঃ কনকচন্দ্ৰ গোস্বামী, জিওলজিষ্ট।" চাপ্ৰাচীটোক কলে বাহিৰত থকা চাহাব জনক পঠিয়াই দিবলৈ।

গোস্বামী আজি অফিচলৈ যোৱা পোছাকত, মানে এটা পুৰণি টুইডৰ কোট, তাতোকৈ পুৰণি মটীয়া ৰঙৰ গেবাড্ৰিনৰ পেণ্ট, ভৰিত এযোৰ পুৰণি এম্বেচেদৰ জোতা আৰু হাতত পোৰ্টফলিও। গোস্বামীৰ মুখত চিৰকালেই থকা হাঁহিটোৰ অভাবেই প্ৰথমে চকুত পৰিল বৰুৱাৰ।

"হঠাতে আহি ওলালি যে? কি খবৰ? বহ, বহ।" বৰুৱাই টেবুলৰ পৰা অলপ নিলগত থকা চকী দুখন মানলৈ দেখুৱাই দিলে আৰু নিজেও মেজৰ কাষৰ পৰা উঠি আহি গোস্বামীৰ ওচৰতে চকী এখন টানি লৈ বহিল।

"কি খবৰ কচোন?" বৰুৱাই আকৌ সুধিলে—"কালি

তোৰ তালৈ গৈছিলো সন্ধিয়া, চাকৰটোৱে কলে তই বোলে অফিচৰ পৰা অহাই নাই। মই আকৌ ভাবিছিলো পৰহি ক্লাবত যি মদ টানিছ, কালি নিশ্চয় কেজুৱেল লিভ্ লৈ শুই আছ। চাহ খাবি ?"

"চাহৰ কথা পিছত হব, ৰহ। তোৰ লগত এটা কাম আছে, চৰকাৰী কাম।" গোস্বামীয়ে প্ৰথম মুখ খুলিলে।

"মোৰ লগত চৰকাৰী কাম ? সেইটো আকৌ কেনে ধৰণৰ ?" বৰুৱাই সুধিলে।

"পৰহি মোৰ ঘৰত চোৰ সোমাইছিল।"

"আৰে ! মোকতো কোনেও একো কোৱা নাই। তোৰ চাকৰটোৱেও কালি একো নকলে। কিবা বস্তু নিলে নেকি ?"

"নিব একো নোৱাৰিলে।"

"পিছে ? সোমাল কেনেকৈ ?"

"পৰহি, তোৰ লগত যে ক্লাবৰ পৰা আহিলো, অলপ বেছি টনা হল যেন পাইছিলো। ৰাতি ভালকৈ টোপনি অহা নাছিল। মোৰ বিছনাৰ কাষত থকা আইনা খন জান নহয়। ৰাস্তাৰ লাইটৰ পোহৰ খিৰিকীৰে আহি পৰে বাবে আয়নাখন ৰাতি জিলিকি থাকে। বহুবাৰ ঠিক কৰিছিলো আয়নাখন আন কোনো ঠাইলৈ সলাম বুলি। পৰহি বুইছ, ৰাতি চাওঁ, আয়নাখন এবাৰ পোহৰ হয় আকৌ এন্ধাৰ হয়। বহুসময় বুজিব পৰা নাছিলো ঘটনাটো কি। তাৰ পিছত ভাব হল সিটো কোঠালিত কোনোবাই লৰি চৰি ফুৰিছে। খিৰিকীৰ পৰা পোহৰ অহা বাটটোত ঠিয় দিলেই আয়না খন এন্ধাৰ হৈ যায়। একে জাপেই উঠি লাইটটো জ্বলাই দিলো। পিছে মই সাৰ পোৱা বোধহয় গম পালে। কাৰণ, মানুহজনে তাৰ আগতেই বাথৰুমৰ খিৰিকীৰে বাহিৰলৈ জাপ মাৰিলে। লাইটৰ পোহৰত চকামকাকৈ মানুহ এজনক লৰি যোৱা দেখি মই যতীনক মাতিলো। গোলমাল শুনি ঘৰটোৰ



আনফালে থকা ত্ৰিবেদিও উঠিল।—চোৰটোৱে বাথৰুমৰ খিৰিকীৰ আইনা এখন ভাগি খিৰিকীৰ খিল খুলি সোমাইছিল।—"

"পুলিচৰ কোন গৈছিল এন্‌কোৱাৰি কৰিবলৈ ?" জ্যোতিষ বৰুৱাই সুধিলে।

"পুলিচক খবৰ দিয়া নাই।"

"পুলিচক খবৰ দিয়া নাই কিয় ? খবৰটো অন্ততঃ দিব লাগিছিল। মই নিজেই পুলিচত কাম কৰো, সেইবাবে বাহাদুৰি মাৰি নকওঁ পুলিচে তোৰ চোৰটো ধৰি দিব বুলি। কিন্তু পুলিচে জানি থোৱা ভাল সেই অঞ্চলত চোৰৰ উপদ্ৰৱ হোৱা বুলি।"

"কালি তাকে কথা হ'লো ডিৰেক্টৰৰ লগত। ডিৰেক্টৰৰ কথা মতেই তোৰ তালৈ আহিছো। আচল কথাটো হৈছে কি, মই যে এই দুবছৰে পি-এইচ্-ডি ডিগ্ৰীৰ বাবে কাম কৰি আছো বুলি কৈ আছো, কথাটো মিছা।"

"তই পগলা হৈছ নেকি ? কোনো সংযোগ নোহোৱা কথা-বোৰ কব ধৰিছ। মিছাকৈ বাহাদুৰি মাৰি ফুৰাৰ মানেটো কি ?"

"অকমান ৰ, সকলো কথা কওঁ বুলিয়েই আহিছো। এই—তোৰ চিগাৰেট আছে ? পুৱাৰ পৰা চিগাৰেট খাবই পাহৰিছো।"

জ্যোতিষ বৰুৱাই উঠি গৈ টেবুলৰ দেৰাজৰ পৰা চিগাৰেটৰ পেকেট আৰু জুইচলা এটা উলিয়াই দিলে। গোস্বামীয়ে চিগাৰেট এটা জ্বলাই জোৰকৈ হোপা এটা মাৰি সুধিলে, "তোৰ ইয়ালৈ এতিয়া কোনো নাহে তো ?"

"সাধাৰণতে কোনো নাহে। তথাপি অকমান ৰ, মই চাপ্ৰাচী-টোক কৈ দিওঁ কাকো সোমাব নিদিবৰ বাবে। তই যি দৰে কথা কব ধৰিছ ক'ৰবাত সোণৰ খনি পাইছ যেন লাগিছে !"

জ্যোতিষ বৰুৱাই চাপ্ৰাচীটোক মাতি হুকুম দিলে যাতে কাকো সোমাব নিদিয়ে। তাৰ পিছত নিজেও চিগাৰেট এটা জ্বলাই লৈ আৰামকৈ বহিল, "অ, কৈ যা তোৰ সোণৰ খনিৰ

কথা। আগতেই কৈ থওঁ কিন্তু সোণৰ আধা ভাগ মোৰ, পিছত গোলমাল নকৰিবি।—”

“কথাটো ধেমালিৰ নহয়।—” গোস্বামীয়ে হাতৰ চিগাৰেটটো চাইদানীত চেপি নুমুৱাই দিলে। “ধৰি ল, শ্বিলঙৰ পৰা এশ মাইলৰ ভিতৰত ভাৰতৰ সীমান্ত অঞ্চলত এখন ঠাই। সঁচা কথা কবলৈ হলে তাত সীমান্ত বোলা কোনো নিৰ্দ্দিষ্ট বস্তু নাই। সকলোৰে মোটামুটি ভাৱে জানে জুৰিখনৰ ইপাৰৰ পাহাৰ-বোৰ ভাৰতৰ। জুৰিখনৰ সিপাৰে এটা টিলা পাৰ হলেই ভাৰতৰ বাহিৰ। বাঘ, হাতী, হৰিণ আৰু দুই চাৰিজন স্মাগ্‌লাৰৰ বাদে বোধহয় কাকো নালাগে ঠাইখন। হাতীবোৰে ৰাতি সিপাৰলৈ যায় বিলত ঘাঁহ খাবলৈ আৰু পুৱা ভাৰতলৈ ঘূৰি আহে। তেনেকৈয়ে থাকিল হয় বোধহয় আৰু বিশ পচিশ বছৰ। কিন্তু যোৱা বছৰৰ আগৰ বছৰ তাৰে ওচৰতে মই ৰেডিঅ’-এক্টিভ খনিজ পদাৰ্থৰ সন্ধান পাওঁ। কথাটো বিশেষ ভাবে গোপন কৰিব লগীয়া একো নাছিল। কাৰণ ৰেডিঅ’-এক্টিভ খনিজ পদাৰ্থৰ পৰিমাণ কিমান, তাক কামত লগাব পাৰেনে নোৱাৰে সেইবোৰ একো আমি জনা নাছিলো।—তাৰোপৰি বহুতো খনিজ পদাৰ্থ আছে যিবোৰে তেজাস্ম ৰশ্মি দিয়ে, কিন্তু আচলতে কোনো কামত নালাগে। গোটেই খিনি গোলমাল লাগিল সীমান্ত অঞ্চলৰ বাবে। খনিজ পদাৰ্থৰ পটিটো প্ৰায় তিনিমাইল মান দীঘল, গৈছে সীমান্তৰ লগত সমান্তৰাল ভাবে। আগতেই কৈছো সেই অঞ্চলত সীমান্ত বুলি কোনো চিন নাই। যি কোনো মুহূৰ্ত্ততে সি পক্ষই দাবী কৰিব পাৰে জুৰিটোৱে ভাৰতৰ সীমা। তেতিয়া আধাখিনি খনিজ ভূমি সিপক্ষৰ হাতত পৰে। আটাইতকৈ ডাঙৰ কথা হৈছে সিপক্ষৰ পকী আলি বাট ঠাই খিনিৰ চাৰি মাইল মান আঁতৰেৰে গৈছে, কিন্তু আমাৰ ইপিনে দহ মাইলৰ ভিতৰত জীপ যাব পৰা বাট



এটাও নাই। তাৰে ফলত সিপক্ষই যদি এতিয়া সীমান্ত স্থিৰ-কৰণৰ দাবী কৰি বহে ভাৰত চৰকাৰ বৰ অসুবিধাত পৰিব। এইবোৰ ভাবি গুণি ৰেডিঅ’-এক্টিভ খনিজ পদাৰ্থৰ কথাটো গোপনে ৰখা হৈছিল। গোটেই ভাৰতত বোধহয় দহজনতকৈ বেছি মানুহে নেজানে ইয়াৰ কথা। আমাৰ অফিচৰেই ডিৰেক্টৰৰ বাদে আন সকলোৱে জানে মই নিজৰ গবেষণাৰ কামৰ বাবে সেই অঞ্চললৈ যাওঁ বুলি। আচলতে যোৱা দুবছৰে মই জৰীপৰ কাম চলাই আছো তাতে। ৰেডিঅ’-এক্টিভ খনিজ পদাৰ্থ সংক্ৰান্ত কামবোৰ সাধাৰণতে আণৱিক শক্তি আয়োগৰ জিওলজিষ্টে কৰে। কিন্তু দিল্লীত ঠিক কৰিলে যে, আণৱিক শক্তি আয়োগৰ মানুহ আহিলে লগে লগে সিপক্ষৰ চকু পৰিব। সেইবাবে কামটো ময়েই চলাই আছিলো আৰু প্ৰাথমিক কাম খিনি প্ৰায় শেষ হৈছে।—”

“তোৰ ঘৰত চোৰ সোমোৱাৰ লগত এইবোৰৰ কি সম্পৰ্ক, মই বুজা নাই।” জ্যোতিষ বৰুৱাই কৈ উঠিল।

“কওঁ নহয় তোক, অধৈৰ্য্য নহবিচোন। মই তোক আগতেই কৈছো কথাটো যিমান পৰা যায় গুপুতে ৰখা হৈছিল। কিন্তু যেনেকৈয়ে নহওক সি পক্ষই কিবা অলপ আভাস পাইছে। এই পূজাৰ বন্ধৰ সময়ত মই যেতিয়া সেই অঞ্চলত যাওঁ তেতিয়া মোক জঙ্গলত বাট দেখুওৱা স্থানীয় মানুহ জনে এটা কথা কৈছিল। প্ৰথমতে মই তাৰ কথালৈ কাণেই দিয়া নাছিলো। তথাপি বহি ট্ৰেনজিষ্টৰটো লৈ গান শুনি আছিলো। তেতিয়া মানুহ জনে কৈ উঠিল, আজি দুসপ্তাহ মান আগতে সীমান্তৰ সিপাৰে মোমায়েকৰ তালৈ যাওঁতে মোমায়েকৰ ঘৰতে বাবু এজনক লগ পাইছিল। বাবু জনৰো মোৰ ট্ৰেনজিষ্টৰটোৰ দৰে ক’লা ৰেডিঅ’ এটা আছে বোলে। পিছে সেই বাবুৰ ৰেডিঅ’টো মোৰ ৰেডিঅ’তকৈ বহুত বেয়া, গান চান একো নাগায়। সি ভাবিছিল ৰেডিঅ’টো বেয়া

হোৱা বুলি। পিছে মোমায়েকে কলে—সেই ৰেডিঅ’টোৱে হেনো কেতিয়াবা ‘কট্-কট্’কৈ মাতে, তাকো কিবা শিল দেখিলেহে। মোৰ গাইড্ জনৰ দহ হাত ওখ জঙ্গলী মানুহৰ পৰা নিজৰ ইচ্ছামতে, মানুহৰ পৰা বাঘ হোৱালৈকে যিমান গল্প আছিল আটাইবোৰ বিশ্বাস কৰিব লাগিলে কেতিয়াবাই পগলা হলো হয়। সেইবাবে শিল দেখিলে মতা ৰেডিঅ’ৰ কথাটো ইখন কাণেৰে সোমাই সিখন কাণেৰে ওলাই গ’ল।

সেই দিনাখন ৰাতি বিচনাত চকু লাগো লাগো হৈছে এনেতে মনত পৰিল শিল দেখিলে মতা ৰেডিঅ’ৰ কথা। মানুহবোৰৰ কল্পনাৰ দৌৰৰ কথা ভাবি হাঁহি উঠি গ’ল। হাঁহিটো কিন্তু শিল হৈ মোৰ ডিঙিত বজি ৰ’ল। ধৰ্‌ফৰাই উঠি বহিলো। তেতিয়াহে মনত খেলালে মোৰ গাইড্ জনে গেইগাৰ কাউণ্টাৰৰ কথা কৈছিল। গেইগাৰ কাউণ্টাৰ কি তই জান বোধ হয়। ৰেডিঅ’-এক্টিভ পদাৰ্থৰ তেজাস্ম ৰশ্মি জোখা এটা যন্ত্ৰ। এবিধ গেইগাৰ কাউণ্টাৰৰ ওচৰলৈ তেজাস্ম ৰশ্মিসম্পন্ন পদাৰ্থ আহিলে কট্‌কট্ কৰি শব্দ এটা দিয়ে।

তাৰ মানে সিপক্ষই সকলো কথা গম পাই গৈছে। ইমান কষ্ট, ইমান গুপুত প্ৰচেষ্টা এনেই গ’ল। তই কি ভাব নাজানো, মোৰ কিন্তু প্ৰথম কথা মূৰত খেলালে যে, আগতেই খবৰৰ কাগজত অসমৰ সীমান্ত অঞ্চলত ‘কনক গোস্বামীৰদ্বাৰা ইউৰেনিয়ামৰ খনি আৱিষ্কাৰ’ বুলি ছপাই দিব লাগিছিল। আন কিবা হওক নহওক মোৰ নাম হ’ল হয়।”

“পিছে, কি কৰিলি?” জ্যোতিষ বৰুৱাই পুৰি আঙুলি পোৱা চেগাৰেটৰ টুকুৰাটো পেলাই দি আন এটা চিগাৰেট জ্বলাই ল’লে। তাৰ পিছত খালি চিগাৰেটৰ পেকেটটো গোস্বামীৰ পিনে আগুৱাই দি ক’লে—“চৰি, এইটোৱে শেষ।”

“কি কৰিম আৰু? ঘৰৰ ল’ৰা ঘৰলৈ উভতিলো। তাৰ



মানে শ্বিলঙলৈ আহি ডিৰেক্টৰক কলো মোৰ সন্দেহৰ কথা। ডিৰেক্টৰে কলে, “মনে মনে বহি থাকক এতিয়া। আচল কথা তেওঁলোকে নাজানিবও পাৰে। হয়তো সাধাৰণ নিয়মিত জৰীপ কামৰ বাবে আনিছিল গেইগাৰ কাউণ্টাৰটো। কিজানি সেইটো সঁচাকৈ বেয়া হোৱা ৰেডিঅ’। মূঠৰ ওপৰত সময় মতে সকলো গম পোৱা যাব।”

“শ্বিলঙলৈ ঘূৰি অহাৰ এমাহ মান পিছৰ পৰা মোৰ ভাব হব ধৰিলে, কোনোবাই যেন মোক চকুৱে চকুৱে ৰাখিছে। সকলো সময়তে নহয়। কেনেকৈ যে, এই ভাৱটো আহে তোক ঠিক বুজাব নোৱাৰো, কোনোবাই যেন চকুৰ পলক নেপেলোৱাকৈ একেৰাহে মোৰ পিছ মূৰলৈ চাই থাকে। ঘূৰি চাই কাকো দেখা নাপাওঁ। এদিনাখন যোগেন নাথ, আমাৰ লগত যে আই-এচ-ছি পঢ়িছিল, সি এতিয়া ইয়াতে হস্পিতালত সোমাইছে নহয়, তাৰ তালৈ গৈছিলো। সি আকৌ মোক কৈ পঠাইছে, মোৰ অন্তৰত হেনো গোপন পাপ আছে—তাৰ বাবে মোৰ ‘প্ৰচি-কিউচন মেনিয়া’ হৈছে। মই নিজে কথাটো মনৰ ভুল বুলি উৰাই দিছিলো, কিন্তু যোৱা মাহৰ কুৰি তাৰিখে পুৱা অফিচলৈ গৈ দেখো কোনোবাই মোৰ টেবুলৰ ফাইলবোৰ লাৰি চাৰি চাইছে। অফিচত চকীদাৰ, চাপ্ৰাচী সকলোকে কঢ়া হুকুম দিয়া আছে যাতে মোৰ টেবুল খন নোচোৱে, তাৰোপৰি আগদিনাখন মোৰ মনত আছে মই অফিচৰ পৰা ওলাইছো আটাইতকৈ পিছত। ওলায়েই চকীদাৰক ঘৰত তলা লগাব দিছিলো। যেতিয়া পুৱা আহি দেখো কোনোবাই মোৰ ফাইলবোৰ খুলি চাইছে, অফিচত তেতিয়া চকীদাৰ ধন সিঙৰ বাদে আন কোনো আহি পোৱা নাই।

ধনসিঙক মাতি আনি ধমক দি সুধিলো কোনোবাই মোৰ টেবুল চুইছে নেকি। বাল-বাচ্ছাৰ পৰা আদি কৰি কামাখ্যা

মাই সকলোৰে নামত শপত খাই কলে যে, সি কিয়, অফিচৰ কোনেও মোৰ টেবুল লৰা নাই। আনকি পুৱা যেতিয়া জামাদাৰ আহিছিল ঘৰ সাৰিব, সি সকলো সময়তে সন্মুখতে আছিল, কাৰণ, জানে যে, গোস্বামী চাহাবৰ টেবুল লাৰিলে বহুত কছুৰ হব।”

“তই কেনেকৈ জানিলি যে, তোৰ ফাইলবোৰ কোনোবাই খুলি চাইছে?” জ্যোতিষ বৰুৱাই সুধিলে।

“মই মোৰ ফাইলবোৰ টেবুলত এনেভাৱে থওঁ যে, কোনোবাই হাত দিলেই ফাইলৰ তলত থোৱা কাঠ বকলা এডোখৰ টেবুলৰ পৰা পৰি যায়। তাৰ পিছত যিমানেই চেষ্টা নকৰ কিয় ফাইলখিনি আগৰ নিচিনাকৈ সজাব নোৱাৰ। যি জন মানুহে মোৰ ফাইলখিনি লাৰি চাৰি চাইছিল তেওঁ বোধহয় গম নাপালে কাঠ বকলাডোখৰ পৰাৰ কথা। কাৰণ, কোঠালিত সোমাই প্ৰথমেই মোৰ চকুত পৰিল মজিয়াত পৰি থকা কাঠ বকলা টুকুৰা। ধন সিং পুৰণি বিশ্বাসী মানুহ। সি মিছা কোৱাৰ কাৰণ একো ভাবি নাপালো, সেই বাবে তাক সুধিলো কোনোবা বাহিৰৰ মানুহ আহিছিল নেকি? তেতিয়াহে বেচেৰাৰ মুখত অলপ পানী আহিল। কলে, আধা ঘণ্টামান আগতে চাহাব এজন আহিছিল ডিৰেক্টৰক বিচাৰি। ধন সিঙে কলে ডিৰেক্টৰ চাহাব দহ বজাৰ আগতে নাহে। তেতিয়া চাহাবজনে কলে যে, তেখেত কলিকতাৰ পৰা আহিছে, ডিৰেক্টৰক যেনে তেনে লগ ধৰিব লাগে। সেইবাবে অফিচৰ বাৰান্দাতে অলপ ৰব। তাৰ পিছত তাক টকা দুটা দি গোল্ডফ্লেক্ এক পেকেট আনিব কৈছিল,—আমাৰ অফিচৰ ওচৰৰ কাঞ্চীৰ দোকানত গোল্ডফ্লেক্ নাই বাবে ধন সিঙে তিনি আলিৰ চুকৰ দোকান খনৰ পৰা চিগাৰেট এপেকেট আনি দিলে। চিগাৰেট লৈ আহি সি চাহাবজন বাৰান্দাতে থিয় দি থকাই দেখিলে। চাহাবে চিগাৰেট পেকেট লৈ ভওনীয়া



খিনি তাক বকচিছ দিলে আৰু সুধিলে ডিৰেক্টৰৰ ঘৰ ক'ত। ডিৰেক্টৰৰ ঘৰটো অফিচৰ নিচেই ওচৰতে বুলি জানি ঠিক কৰিলে যে, ডিৰেক্টৰ চাহাবক ঘৰত গৈয়ে লগ ধৰিব। ধন সিঙৰ পৰা ৰাস্তাটো.জানি চাহাবজন গুছি গ'ল। মোৰ আৰু তাৰ কথা চলি থাকোঁতেই ডিৰেক্টৰো আহি পালে। তেখেতক সকলো কথা কলো। ডিৰেক্টৰ আৰু মই জেৰা কৰি ধন সিঙৰপৰা জানিব পাৰিলো যে, ধন সিঙ যেতিয়া চিগাৰেট আনিব যায় তেতিয়া অফিচৰ দুৱাৰ খোলা আছিল। কিন্তু মানুহজনৰ যিটো বৰ্ণনা পালো তাৰে আন যিয়েই নহওক মানুহ চিনাক্তকৰণ নহয়।

ডিৰেক্টৰে সুধিলে, “মানুহজন দেখাত কেনেকুৱা?”

“চাহাবকা মাফিক।”

“চাহাবতো বুজিছো, ক'লা চাহাব নে বগা চাহাব?” মই সুধিলো।

“আপলোগকা মাফিক চাহাব।”

বুজিলো ক'লা চাহাব। ডিৰেক্টৰে যেতিয়া সুধিলে মানুহজন দীঘল নে চুটি জবাব পালো—“লম্বা, লেকিন—বহুত লম্বা নেহি হাঁয়।”

যিহেতু আমাৰ ধন সিঙ ওখই চাৰি ফুট দহ ইঞ্চি, মানুহজনৰ উচ্চতা যি বুজা গ'ল পাঁচ ফুটৰ পৰা ছয় ফুটৰ ভিতৰত।

মানুহজন ক'লা নে বগা সুধি জানিব পাৰিলো যে, “ডিৰেক্টৰ চাহাবচে থোৰা কালা হোগা, আমাৰ গোস্বামী চাহাবচে থোৰা চফেদ হোগা।” আমাৰ ডিৰেক্টৰৰ প্ৰায় ইউৰোপীয়ানৰ দৰে বগা, আৰু মোৰ শ্ৰীকৃষ্ণৰ দৰে শ্যাম বৰ্ণৰ মাজত ভাৰতৰ বেছিভাগ মানুহকে সুমুৱাই দিব পাৰি। মানুহজনৰ কানি-কাপোৰ সম্পৰ্কে একো জানিব নোৱাৰিলো। মানুহজনে চুট পিন্ধি আহিছিল তাৰ বাদে ধন সিঙৰ একো মনত নাই। আমাৰ মিলিত জেৰাৰ কোবত ভয়তে বেচাৰাই চকু-তকু থৰ কৰি যিহকে পায় তাকে কব ধৰিলে।

মানুহজনৰ চুটযোৰ ক'লা ৰঙৰ আছিল নেকি বুলি সুধিলে কয় ক'লা ৰঙৰ আছিল, তাৰ পিছতে কয়—'নহয়, নহয়, চুটযোৰ ৰঙা আছিল।' মুঠৰ ওপৰত জেৰা কৰি কেইটামান মাত্ৰ বস্তু জানিব পাৰিলো, যি কেইটা সম্পৰ্কে ধন সিঙ নিশ্চিত। সেই কেইটা হল প্ৰথমতে মানুহজনৰ কান্ধত এটা কেমেৰা আছিল। ধন সিঙে আমাৰ অফিচত কাম কৰি কৰি কেমেৰা ভালকৈ চিনি পায়, কোনো ভুল নকৰে। দ্বিতীয়তে মানুহজন বহুত 'আমীৰ'; কাৰণ, দহ টকাৰ এজাপ নোটৰ মাজৰ পৰা টকা ছুটা উলিয়াই দিছিল চিগাৰেট আনিবৰ বাবে। তৃতীয়তে মানুহজন অহিছিল খোজকাঢ়ি। চতুৰ্থতে মানুহজনে হিন্দীতে কথা কৈছিল। আৰু আটাইতকৈ দৰকাৰী খবৰ হ'ল ধন সিঙে মানুহজনক আগতে ক'ৰবাত দেখিছে। কিন্তু ক'ত দেখিছিল, কেইবছৰ আগতে দেখিছিল, সি কব নোৱাৰে —যিহেতু ধন সিঙে যোৱা ত্ৰিশ বছৰ ধৰি ভাৰতৰ অন্ততঃ পাঁচখন চহৰত কাম কৰি আহিছে। তাৰ এই 'আগতে দেখা পোৱাৰো' মূল্য বৰ কম।

"চৰকাৰী গোপন কাগজ-পত্ৰবোৰ তহঁতৰ অফিচত চেইফত তলা মাৰি থোৱা নাথাকে জানো?" জ্যোতিষ বৰুৱাই সুধিলে।

"এনেকুৱা গৰুৰ দৰে প্ৰশ্ন নকৰিবিচোন।" কনক গোস্বামীৰ কিয় জানো হঠাতে খং উঠি গ'ল। "তোক মই আগতেই কৈছো, মোৰ কামটো যে গোপনীয় অফিচত জানে অকল ডিৰেক্টৰে। আন সকলোৱে জানে মই পি-এইচ-ডি ডিগ্ৰীৰ বাবে গৱেষণাত ব্যস্ত। এতিয়া মোৰ কাগজ-পত্ৰবোৰ যদি সদায় সন্ধিয়া গডৰেজ চিন্দুকত তলামাৰি থওঁ, তোৰ দৰে মূৰ্খইও বুজি যাব যে মোৰ পি-এইচ-ডিৰ কামটো এটা ভুৱা। পি-এইচ-ডিৰ কাম গডৰেজৰ চেইফত থব লগীয়া বস্তু নহয়।"

"বহ, বহ, তই খং কৰ কিয়? জানইতো পুলিচৰ মানুহ, তহঁতৰ দৰে তীক্ষ্ণ বুদ্ধি নাই। পিছে তোৰ বুদ্ধিৰ কোবতে যেয়ে



পায় সেয়ে আহি গোপনীয় কাগজ-পত্ৰবোৰৰ ফটো তুলি লৈ যাব পাৰে।"

"ফটো তুলি লৈ যোৱা বুলি তোক কোনে কলে?" গোস্বামীৰ খং আৰু একোব চৰিল।

"যোৱা আধাঘণ্টা ধৰি তয়েই কৈ আছ। নে মোৰ বুজাত ভুল হৈছে? মানুহজনে বোধহয় গোপনীয় কাগজ-পত্ৰবোৰ লাৰি চাৰি চাই পোহৰ কম বাবে সিদিনা ফটো নুতুলিলে, পিছত আৰু এদিন আহিব।" বৰুৱাৰ ডিঙিত স্পষ্ট ব্যঙ্গৰ সুৰ।

"তই আমাৰ পুলিচৰ ডাঙৰ অফিচাৰ। কিন্তু এইখিনি বুদ্ধিৰে কেনেকৈ চোৰ ডকাইত ধৰ কব নোৱাৰো। গোপন ফাইলত কোনোবাই হাত দিয়াৰ কথা তোক কোৱা মোৰ মনত নপৰে। মই তোক কৈছিলো মোৰ টেবুলৰ ফাইলবোৰ লাৰি চাৰি চাইছে। তাৰ কাৰণ হ'ল মোৰ গোপন ফাইলবোৰ, তাৰ মানে মাত্ৰ ছুটা ফাইল, গোপন কাগজ-পত্ৰেৰে সৈতে থাকে টেবুলৰ তলত আৰু এদম পুৰণি ফাইলেৰে সৈতে। মোত বাদে আন কাৰোবাক ফাইল ছুটা লাগিলে গোটেই দম ফাইল ঘূৰুটিব লাগিব। গোপন কাগজ-পত্ৰত হাত দিব নোৱাৰিলেও, এতিয়া প্ৰশ্ন হ'ল যে অফিচৰ আন সকলো কাগজ-পত্ৰ এৰি মোৰ টেবুলত কিয় মনোযোগ দিলে। দ্বিতীয়তে, পৰহি দিনা মোৰ ঘৰত চোৰ সোমাই কাগজ-পত্ৰ লৰা কথাটোও একে ধৰণৰে কাম। অৰ্থাৎ, মোৰ কামে কাৰোবাৰ মনোযোগ আকৰ্ষণ কৰিছে।"

"মই কিন্তু এটা কথা বুজা নাই, তোৰ গোপন কাগজ-পত্ৰবোৰ যদি ঠিকেই আছে, তই ইমান চিন্তা কৰিছ কিয়?" জ্যোতিষ বৰুৱাৰ দ্বিতীয় চিগাৰেটটোও পুৰি আহি প্ৰায় আঙুলি পালে।

"কথাটো তই ভবাতকৈ যথেষ্ট গুৰুতৰ। সি পক্ষই নিশ্চয় উমান পাইছে যে, সীমান্তৰ ইপাৰে কিবা কাম চলি আছে। এতিয়া কথা হৈছে তেওঁলোকে কিমানখিনি জানে। এই খিনি

তেওঁলোকে জানে যে, কাম চলি আছে খনিজ সম্পদ সম্পৰ্কে আৰু কাম কৰি আছো মই। কিন্তু জানে নে তেওঁলোকে যে, আমি ৰেডিঅ'-এক্টিভ খনিজ পদাৰ্থ পাইছো। যদি তেওঁলোকে কথাটো জানে, ভাৰত চৰকাৰে লগে লগে কামটো হাতত লব লাগিব। তাৰ মানে সেই অঞ্চলত সীমান্ত পুলিচৰ ঘাটি বহুৱাব লাগিব। অন্ততঃ জীপ যোৱা বাট এটা কৰিব লাগিব। সকলো মিলি কমেও কুৰি-পচিশ লাখ টকাৰ খৰছ। তাৰ পিছত হয়তো ইউৰেনিয়াম খনিৰ দখলী স্বত্ব লৈ আন্তৰ্জাতিক কেচ হব হেগৰ কোৰ্টত। কিন্তু মুস্কিল হৈছে—যি ভাবে কাম চলি আছে ছয় মাহ মান পিছতহে কব পৰা যাব যে, ইউৰেনিয়াম যথেষ্ট পৰিমাণে আছে নে নাই। ইউৰেনিয়াম যদি নাম মাত্ৰ পৰিমাণতহে পোৱা যায় ভাৰত চৰকাৰৰ লাখ লাখ টকা পানীত পৰিব।"

"তাৰ মানে তই কব বিচাৰিছ যে, অন্ততঃ আৰু ছয় মাহ সময় সীমান্ত অঞ্চলত ইউৰেনিয়ামৰ সন্ধান পোৱা খবৰটো গুপুতে ৰাখিব লাগিব। আৰু যদি সি পক্ষই ইতিমধ্যে ইয়াৰ কিবা সন্দেদ পাইছে তেনেহলে প্ৰশ্নটো হল, 'তেওঁলোকে কিমানখিনি জানে?' "

"তই দেখোন সকলো বুজি পাইছ, মানুহে মিছাতে কয় আমাৰ পুলিচ অফিচাৰবোৰৰ বুদ্ধি কম বুলি।" কনক গোস্বামীয়ে ব্যঙ্গৰ সুৰত কৈ উঠিল। কথাটো ইমান বহলকৈ বুজাব লগীয়া হোৱাৰ খঙটো দমাব নোৱাৰিলে।

"ঠাট্টা কৰি লাভ নাই। বুদ্ধি থকা হলে নো এই দিনে-ৰাতি গাধৰ খাটনি দিব লগীয়া পুলিচৰ চাকৰিত সোমালো হয় নে? বাৰু সেইবোৰ বাদ দে। তই যদিও মোক এতিয়ালৈকে ইউৰেনিয়াম পোৱা ঠাইখনৰ নাম কোৱা নাই, ঠাইখনৰ নামটো মই বোধহয় জানো। তিনিমাহমান আগতে আমি দিল্লীৰ পৰা এখন হুকুম পাইছো সীমান্তৰ সেই অঞ্চলটোৰ ওপৰত কঢ়া নজৰ



ৰাখিবৰ বাবে। কিন্তু কিয় সেই অঞ্চলত কঢ়া নজৰ ৰাখিব লাগে আমাক জনোৱা নাই। তাৰ ফলত শ্বিলঙত কোনেও চিঠিখনৰ ওপৰত গুৰুত্বও দিয়া নাছিল। যি বুজিছো এইটো ঘটনা মোৰ দৰে সৰু-সুৰা ডি-এচ-পিৰ মূৰৰ বহু ওপৰেৰে গৈছে। মোৰ মতে তই এতিয়া ডি-আই-জি নাৰায়ণ চাহাবক লগ ধৰি গোটেই খিনি কথা কোৱা ভাল। সীমান্ত অঞ্চলটো তেখেতৰ আওতাৰত।"

## ॥ সাত ॥

ডি-আই-জি নাৰায়ণ চাহাবৰ পৰা বিদায় লৈ জ্যোতিষ বৰুৱা আৰু কনক গোস্বামী যেতিয়া শ্বিলং ক্লাৱৰ সন্মুখৰ চোকটো ওলাল ঘড়ীত, চাৰি বাজি দহ মিনিটমান গৈছে। অসম চৰকাৰৰ বৰুৱা, ফুকনৰ পৰা কাকতি টেকেলা বেছি ভাগেই ঘৰলৈ বুলি ওলাইছে। ফুকন বৰুৱা আদিয়ে নিজৰ নিজৰ ফিয়াট বা এম্বেচেডৰ গাড়ীতে। টেকেলাবিলাকে নিজৰ ভৰিকেই সাৰথি কৰিছে। 'মৰিলেও মৰিম' তথাপি, খোজ নাকাঢ়ো 'ভাবেৰে' চিটি বাছত ওলমিবৰ বাবে খাপ লৈ আছে কাকতি বিলাকে।

জ্যোতিষ বৰুৱাই চিটি বাছ ৰোৱা ঠাইৰ পিনে খোজ লোৱা দেখি গোস্বামীয়ে সুধিলে, "তোৰ গাড়িৰ কি হ'ল?"

"কালি মাত্ৰ গেৰেজৰ পৰা আনিছিলো, আজি পুৰা আকৌ ষ্টাৰ্ট নহয়। গেৰেজৰ পৰা মানুহ আহি লৈ গৈছে।"

"বেচি নিদিয় কিয় তোৰ গাড়ীখন?"

"বেচিবৰ বাবে গ্ৰাহক ক'ত? কাগজত দিছিলো, তিনি চাৰিজন

মানে চিঠি লিখিছিল। কোনোবাই এহেজাৰ, কোনোবাই পোন্ধৰ শ দিব ওলাইছে। এজনে আকৌ তিনিশ টকা যাচিছে, কি উত্তৰ দিওঁ ভাবিয়েই পোৱা নাই।"

"লিখি দে, পইচা কম পৰিছে যদি ৰিক্সা এখনকে কিনক। নিজে চলাব, ঘৈনীয়েকক উঠাব। তেলৰ খৰছ বাচি যাব।"

চিটি বাছ এখন সশব্দে আহি ৰ'ল, তাৰ পিছতে তীব্ৰ গৰ্জ্জন কৰি গুছি গ'ল। ক্ৰমাগত দূৰত বিলীন হৈ যোৱা বাছৰ পিছপিনৰ চিনেমাৰ জাননী খনৰ পিনে চাই জ্যোতিষ বৰুৱাই হুমুনিয়াহ এটা কাঢ়ি ক'লে, "পাচ বজাৰ আগতে বাচত উঠাৰ আশা মিছা। ব'ল তাতকৈ থানালৈ গৈ ও-চিক লগ ধৰি তোৰ কামটো কৰি আহোঁ।"

"তাৰ আগতে কবোবাত চাহ খাই লব লাগিব, বিৰাট ভোক লাগিছে। এটা কথা কছোন, ও-চি হাজৰিকাক গোটেইখিনি কথা খুলি নোকোৱাতো ঠিক হব জানো?"

"মোৰ মতে কিন্তু গোপন কথা যিমান কম মানুহে জানে—কথাটো গোপনে থকাৰ সম্ভাৱনা সিমানেই বেছি। কিন্তু মুস্কিল হৈছে যে তোৰ ঘৰত কোনে চুৰ কৰিব সোমাব পাৰে সেইটো অসমৰ ইন্সপেক্তৰ জেনেৰেল অব্ পুলিচতকৈ শ্বিলং থানাৰ হাৱলদাৰ এজনে বেছি ভালকৈ জানে। চাহ খাবলৈ ক'লৈ যাবি? পুলিচ বজাৰ?"

দুই বন্ধুৱে যেতিয়া থানা গৈ ওলাল, শ্বিলং পিকৰ অবজাৰ-ভেটৰিৰ লাইটবোৰ জ্বলি উঠিছে। শ্বিলঙৰ আকাশখন যেন কোনোবাই ধোঁৱা বৰণীয়া কাপোৰেৰে ঢাকি ধৰিছে। থানাৰ বাৰান্দাত ঠিয় হৈ ৰবীন হাজৰিকাই কেইজনমান পুলিচক বুজোৱাত ব্যস্ত যে, সিহঁতৰ দৰে অপদাৰ্থ, অপগণ্ড, মূৰ্খ পুলিচ তেখেতে জীৱনত ক'তো দেখা নাছিল। সিহঁতৰ মূৰ্খামিৰ বাবে ৰবীন হাজৰিকাৰ আজি নহয় কালি চাকৰি যাব।



বৰুৱা আৰু গোস্বামী থানাত সোমোৱা দেখি, বৰুৱাক লক্ষ্য কৰি ক'লে, "মোৰ ক্ষমত বহগৈছোন, মই এতিয়াই আহিছো।"

পুলিচ কেইজনক যাবলৈ দি হাজৰিকা নিজৰ কোঠালিলৈ ফিৰি আহিল। জ্যোতিষ বৰুৱা আৰু গোস্বামীয়ে ইতিমধ্যে দুখন চকী দখল কৰি লৈছে। ৰবীন হাজৰিকাই নিজৰ চকীখন টানি লৈ বহিল। তেখেতৰ চকুত দিনটোৰ ভাগৰৰ চাপ।

"কি ভাবি এই পিনে?"

"অলপ কাম আছিল ইয়াৰ, ময়ো লগতে আহিলো।" বৰুৱাই উত্তৰ দিলে।

"নিশ্চয়, নিশ্চয়, কাম নাথাকিলে কোনেও থানালৈ নাহে, এইটো মোৰ বিশ বছৰৰ অভিজ্ঞতা। কওক কি কাম?" হাজৰিকাই গোস্বামীক লক্ষ্য কৰি সুধিলে।

ইউৰেনিয়ামৰ খনি সম্পৰ্কে যিখিনি কথা জ্যোতিষ বৰুৱাক কৈছিল সেইখিনি বাদ দি গোস্বামীয়ে অকল ঘৰত চোৰ সোমোৱাৰ সম্পূৰ্ণ বৰ্ণনা দিলে। লগতে যোগ কৰি দিলে যে, ডি-আই-জি নাৰায়ণ চাহাবৰ উপদেশ মতে তেওঁলোক হাজৰিকাৰ ওচৰ চাপিছে।

গোস্বামীৰ কথাখিনি শেষ কৰিব দি হাজৰিকাই সুধিলে, "আপোনাৰ ঘৰত যে চোৰ সোমাইছিল, সি পলাওঁতে ঘৰমৰাই দৌৰ মাৰিছিল নে, চাঁৰ দৰে সাউৎ কৰি নোহোৱা হৈ গৈছিল?"

"ঠিক চাঁৰ দৰে নোহোৱা হৈ যোৱা বুলি কব নোৱাৰি। কাৰণ খিৰিকীৰে ওলাই জাপ মাৰোতে বোধহয় পৰি মানুহজনে দুখ পাইছিল। ধপ্‌কৈ শব্দ এটা উঠাৰ লগে লগে মানুহজনে হিন্দীতে এটা অবাইচ গালি পাৰি উঠিছিল। কিন্তু এই প্ৰশ্নটো কৰাৰ কাৰণ মই বুজা নাই।"

"এইটো আমাৰ প্ৰফেচনেল চিক্ৰেট। আপোনাক কওঁ বাৰু। ধৰক আপোনাৰ পেন্টৰ পিচ পিনৰ জেপৰ পৰা কোনোবাই পইচাৰ বেগটো উঠাই নিলে। কোনে আপোনাৰ জেপ লুৰুকিলে ধৰাটো

বৰ টান। চিনেমা চাব পইছা নোহোৱা যি কোনো স্কুলীয়া ছাত্ৰইও পেণ্টৰ পিছ পিনৰ জেপৰ পৰা পইচাখিনি উঠাব পাৰে। কিন্তু আপোনাৰ কোট, মাফলাৰৰ তলৰ চাৰ্টৰ পকেটৰ পৰা বেগটো চুৰি কৰিব পাৰে অকল ওস্তাদ পকেটমাৰে। ওস্তাদ পকেটমাৰ এদিনতে নহয়। সি নিশ্চয় কেবা বছৰো ধৰি জেপলুকা বিদ্যা অধ্যয়ন কৰিছে আৰু তাৰে ফলত নিশ্চয় এবাৰ নহয় এবাৰ পুলিচৰ হাতত পৰিছে। এতিয়া পুলিচৰ ৰেকৰ্ডত তাৰ নাম থাকিলে, যিদিনাখন আপোনাৰ জেপ কটা গ'ল সিদিনাখন সেই অঞ্চলত যদি তাক দেখা পোৱা গৈছিল বুলি জানিব পৰা যায় আমাৰ চোৰ ধৰা কামটো বহু সহজ হৈ যায়। আপোনাৰ ঘৰতো যদি কোনো গভাইত চোৰ সোমাল হয়, আমি লাইমুখৰা অঞ্চলত কোন কোন চোৰে চুৰি কৰে খবৰ ললেই সকলো জানিব পাৰিলো হয়। কিন্তু সি এই বাথৰুমৰ খিৰিকীৰ পৰা পৰি সকলো নষ্ট কৰি দিলে। মই জনাত কোনো ওস্তাদ চোৰ তেনেকৈ নপৰে, পৰিলেও গালি পাৰি শব্দ নবঢ়ায়। আপোনালোকৰ আৰু কিবা কাম আছে নেকি? নাই যদি চাহ খোৱা যাওক।" ৰবীন হাজৰিকাই ঘণ্টাটো বজাই বুধৰামক মাতি চাহ তিনি কাপ আনিব দিলে। বুধৰামে অলপ পাচত তিনি কাপ সেৰেকা চাহ আনি হাজিৰ কৰিলে। কনক গোস্বামীয়ে চাহৰ পিয়লাত এসোহা মাৰি সুধিলে—"সিদিনাখনৰ যে খুনৰ কেচটো, কাৰোবাক এৰেষ্ট কৰিলে নেকি?"

"কোনটো কেচৰ কথা বা কৈছে?"

"সেই বুঢ়াটো অফিচৰ পৰা ফিৰোতে যে বাটত কোনোবাই খুন কৰিলে?"

"অ' হৰিচৰণ ভট্টাচাৰ্য্যৰ কেচটোৰ কথা কৈছে। নাই, এতিয়াও একো হোৱা নাই। আজি তেখেতৰ অফিচলৈ গৈছিলো কিবা খবৰ পাওঁ নেকি জানিবৰ বাবে। পিচে হৰিচৰণ ভট্টচাৰ্য্যই যিবোৰ কাম চলাইছিল তাৰ কাগজপত্ৰ ক'ত কি আছে কোনেও একো কব



নোৱাৰে। গোলক মহন্ত নামৰ লৰাজন যে ইয়ালৈ আহিছিল, সি আকৌ কলে, কেইটামান ফাইল হেনো অফিচতেই নাই, হেৰাইছে নে কি হৈছে কব নোৱাৰে। এতিয়া হুচেইন আৰু মঙ্গল সিঙৰ এনকোৱাৰীয়ে বা কি ফল দিয়ে। সিহঁত দুয়োজনে এতিয়া মোক ৰিপোৰ্ট দিয়া কথা। আপোনালোক উঠে নেকি?"

জ্যোতিষ বৰুৱাই উঠাৰ ইচ্ছা দেখুৱাইছিল, কিন্তু গোস্বামীয়ে কৈ উঠিল—"মই আকৌ ডিটেক্‌টিভ আৰু খুনৰ মহা ভক্ত। আপোনাৰ আপত্তি নাই যদি আৰু অলপ সময় বহোঁ, কিনো খবৰ পালে শুনি যাওঁ।"

"বহক, বহক—যিমান ইচ্ছা বহক—কিন্তু আগতে কৈ থওঁ—আচল জীৱনত হোৱা খুনবোৰ কিতাপৰ দৰে ইণ্টাৰেষ্টিং নহয়। দেখিব কোনোবাই মদ খাই আহি ভায়েকৰ ডিঙিত দাওৰে এঘাপ লগাই দিয়ে, কোনোবাই বা সন্ধিয়া ঘৰলৈ আহি মৈনীয়েকৰ লগত কাৰোবাক দেখি ৰাইডাঙেৰে মূৰত কোব সোধাই দিয়ে। এই হৰিচৰণ ভট্টাচাৰ্য্যকো বোধহয় নাতিয়েকে পইচা নিদিয়া খঙতে কোবাই মাৰিছে। এতিয়াই গম পাব, ৰব।"

ৰবীন হাজৰিকাই টিলিঙাটো বজাই বুধৰামক মাতি কলে—"খালি পিয়লাকেইটা লৈ যা আৰু হুচেইন চাহাবক আৰু হাৱলদাৰ মঙ্গল সিঙক মই মাতিছো বুলি কবি।

হুচেইন বোধহয় কৰবালৈ যাবলৈ ওলাইছিল কাৰণ বাৰান্দাৰ পৰা বুধৰামৰ মাত শুনা গ'ল—"চাৰ, অলপ ৰব চাৰ। আপোনাক ও-চি চাহাবে মাতিছে।" তাৰ অলপ পিচতেই হাজৰিকাৰ কোঠালিলৈ হুচেইন সোমাই আহিল বাহিৰলৈ যোৱাৰ পোছাকত।

"চাৰ মোক মাতিছিল?"

"অ' বহাচোন। তোমাক বৰুণ চক্ৰৱৰ্ত্তী বোলা ল'ৰা এজনৰ বিষয়ে খবৰ লব দিছিলো। কি হল?"

হুচেইনে বহাৰ কোনো চেষ্টা নকৰি জবাব দিলে—“এন্‌কোৱাৰী কৰিছিলো, পিচে ৰিপোর্টটো লিখা হোৱা নাই।”

“কি গম পালা? কিবা সন্দেহজনক···!” হাজৰিকাই দ্বিতীয়বাৰে বহিবলৈ অনুৰোধ কৰিলে।

“ল’ৰাজনে পঢ়া-শুনা নকৰে। কলেজত নামটো লগাই থোৱা আছে, পিচে ক্লাচলৈ নাযায়।”

“এইবোৰ গতানুগতিক খবৰ, আমি আগতেই পাইছো, নতুন কিবা আছে নে নাই? টকা-পইচা খৰচ কৰাত কেনেকুৱা?”

“এটা ইণ্টাৰেষ্টিং খবৰ আছে চাৰ। বৰুণ চক্ৰৱৰ্ত্তীয়ে টকা-পইচা লৈয়ে গোলমালত পৰিছে। তিনিমাহমান আগতে সি ভাৱালৰামৰ হৈ ‘তীৰ’ খেলৰ টিকট বেচিছিল। পিচে বেচি লাভ কৰো বুলি আন বুকিৰ লগত তীৰ খেলি ভাৱালৰামৰ টকা পোন্ধৰ শ মান হৰিছে। ভাৱালৰামে তাক এমাহৰ সময় দিছিল টকা ঘুৰাই দিয়াৰ বাবে। ল’ৰাজনে পাগলৰ নিচিনা সকলোৰে পৰা টকা ধাৰ বিচাৰি ফুৰিছে, পিচে মই পোৱা খবৰ মতে ক’তো টকা যোগাৰ কৰিব পৰা নাই। জেকবৰ তালৈও গৈছিল, জেকবেও নিদিলে।”

“জেকবে জানো ভাৱালৰামৰ দলৰ লেতেৰা কামবোৰ নকৰে?”—ৰবীন হাজৰিকাই সুধিলে।

“সি ভাৱালৰামৰ লগতে আছে, পিচে কেতিয়াবা কেতিয়াবা নিজেও বৰ কঢ়া সুতত অলপ-চলপ টকা ধাৰ দিয়ে। জেকবে বোধহয় ভাৱালৰামৰ কথামতে বৰুণ চক্ৰৱৰ্ত্তীকে টকা ধাৰে দিয়া নাই। ভাৱালৰামৰ দলত হৰি সিং বোলা আমাৰ মানুহ এজন আছে। সি কলে, তাৰ সমুখতে হেনো ভাৱালৰামে জেকবক কৈছে—বৰুণক টকা দিলে ফিৰাই কৰ পৰা দিব? তাতকৈ আৰু দহদিন বাট চাই তাক এক নম্বৰ দিদে—তেতিয়াহে যদি তাৰ বুঢ়াৰ পৰা টকাখিনি ওলায়।”



“এক নম্বৰ মানে কি?” কনক গোস্বামীয়ে কৌতূহল দমাব নোৱাৰিলে।

“এক নম্বৰ মানে? ৰব, কৈছোঁ,” ৰবীন হাজৰিকাই হাঁহি উত্তৰ দিলে—“এক নম্বৰ দিয়া মানে দলৰ কেজনমানে তাক কৰবাত ধৰি ভালকৈ এপিটন দিব। ‘দুনম্বৰ’ মানে তাক আধামৰাকৈ মাৰিব —নহলে পৰিয়ালৰ কোনোবাই মাৰ খাব, আৰু তিনি নম্বৰ মানে খতম্! আচ্ছা, বিনয়ে জানে নে নাই যে তাক এক নম্বৰ দিয়াৰ হুকুম হৈছে?”—এইবাৰ সুধিলে হুচেইনক লক্ষ্য কৰি।

“জানে চাৰ। মানুহজনক সদায় মাতি আনি কৈ দিয়ে যে ইমান দিনৰ ভিতৰত টকা নাপালে তোক এক নম্বৰ দিয়া হব।”

“শনিবাৰে সন্ধিয়া লৰাজন ক’ত আছিল কিবা গম পালা নেকি?”

“দুপৰীয়াৰ পৰা পাচমান বজালৈ সিহঁতৰ আড্ডা, ক্লেটিচ কাফেত আছিল। তাৰ পিচত হেনো অকলে কৰবালৈ ওলাই গৈছিল, ৰাতি আৰু ফিৰি অহা নাই। পিচে চাৰ, মই যিখিনি গম পাইছো, ল’ৰাজনৰ খুন কৰাৰ দৰে সাহস নাই। চুৰি-তুৰি কৰিলে কৰিব পাৰে।”

“মানুহে তানত পৰিলে সকলো কৰিব পাৰে। তাৰোপৰি চুৰি আৰু পিচপিনৰ পৰা আহি মুৰত একোব মৰাৰ মাজত বৰ তফাতও নাই। তুমি এতিয়া কৰবালৈ যাব ওলাইছা নেকি?”

“হয় চাৰ, ঘৰলৈ যাওঁ বুলি ওলাইছিলো।”

“আজিলৈ যোৱা বাৰু। কাইলৈ দুটা ৰিপোর্ট এটা লিখি মোৰ হাতত দিবা। এতিয়া যাওঁতে মঙ্গল সিঙক পঠিয়াই দিবাচোন।”

হাজৰিকাক চালাম এটা দি হুচেইন ওলাই যোৱাৰ পিচত ইমান সময় পঢ়ি থকা হাতৰ বাতৰি কাকতখন ভালকৈ জাপি মেজত থৈ জ্যোতি বৰুৱাই কলে—“আজিলৈ উঠো বাৰু।”

কনক গোস্বামীয়ে কিন্তু উঠাৰ কোনো লক্ষণ নেদেখুৱাই হাজৰিকাক সুধিলে—"ভাৱালৰাম, সিন্হানিয়া ট্ৰেডাৰ্চৰ নহয় জানে? সিহঁতৰ হেনো বিৰাট টকা, তেনেহলে জুৱাৰ কাৰবাৰ কৰিব লাগিছে কিয়?"

"আচল পইচা থকা ভায়েক দুজন—সিউৰাম আৰু কেৱলৰাম থাকে উজনি অসমত। তাত সিহঁতৰ কেবাখনো মদৰ ভাটি, তাবোপৰি কাঠৰ কাৰবাৰ। হিংস্নুক মানুহে কয় অলপ-চলপ কানিৰ কাৰবাৰো আছে। ভাৱালৰাম সিহঁতৰ সৰু ভায়েক—শ্বিলঙত আছিল, সিন্হানিয়া ট্ৰেডাৰ্চৰ তৰফৰ পৰা চৰকাৰৰ লগত যোগাযোগ ঠিক ৰাখিবৰ বাবে। এতিয়া তীৰ খেলত লাভৰ পৰিমাণ দেখি লোভ সামৰিব নোৱাৰি সিও সোমাইছে। মুঠৰ ওপৰত অসমত যি কাৰবাৰতে টকাত আঠ অনা লাভ দেখিব তাতেই সিন্হানিয়া ট্ৰেডাৰ্চৰ অংশ আছে।"

ভাৱালৰামৰ কথা কৈ থাকোতে কেতিয়া যে মঙ্গল সিং নিঃশব্দে আহি সমুখত ঠিয় হৈ আছে হাজৰিকাই লক্ষ্য কৰা নাছিল। এতিয়া চকুত পৰি অকণমান উচপ খাই কলে—"পুলিচ বুট পিন্ধি মঙ্গল সিঙৰ দৰে শব্দ নোহোৱাকৈ খোজ কাঢ়িব পৰা মানুহ আৰু কাকো মই দেখা নাই।"

মঙ্গল সিঙে এখন সৰু ভাজকৰা কাগজ হাজৰিকাৰ মেজত থৈ কলে, "এক বাবু আয়াথা, ইয়ে কাগজ ছোৰকে গিয়া।"

হাজৰিকাই কৌতুহলেৰে কাগজখন তুলি ললে। সাধাৰণ বগা কাগজ। শ্বিলং থানাৰ ও-চিক উদ্দেশ কৰি লিখা—

শ্ৰদ্ধেয় হাজৰিকা,

আপুনি যোৱাৰ পিচত হৰিচৰণ ভট্টাচাৰ্য্যৰ ফাইল-বোৰ পালো। ফাইলত তেনে দৰ্কাৰী খবৰ একো নাই। কিন্তু হৰিচৰণ ভট্টাচাৰ্য্যৰ টেবুলত থকা কেলেণ্ডাৰত পোন্ধৰ তাৰিখৰ দিনাখন লিখি থোৱা আছে—'যোগেশ চৰকাৰৰ কেচটো মাৰ্ঘেৰিটা থানালৈ এন্‌কাৱাৰীৰ বাবে পঠিয়াব লাগিব।

হাতৰ আখৰ ভট্টাচাৰ্য্যৰ তাত সন্দেহ নাই। মই খবৰটো দিব আহিছিলো। পিচে আপোনাক থানাত নাপায় হাৱালদাৰ এজনৰ হাতত কাগজ এখন দি গলো।

ইতি আপোনাৰ

গোলক মহন্ত।



ৰবীন হাজৰিকাই চিঠিখন আকৌ দুবাৰ পঢ়ি টেবুলৰ ব্লটিঙৰ তলত সুমুৱায় থৈ মঙ্গল সিঙক সুধিলে—"যোগেশ চৰকাৰৰ কিবা পালি?"

মঙ্গল সিঙে মূৰটো জোকাৰি উত্তৰ দিলে—"চাহাব, ও গায়েব হো গিয়া।"

"গায়েব হো গিয়া মানে?" সুধিলে হাজৰিকাই।

"গায়েব হো গিয়া। উচ্‌কো চাচাসে মিলা—বোলা শনিশ্চাৰকো দুপহৰসে যবসে নিকলা, ফিন্ ওৱাপস্ নেহি আয়া। চাচা পুলিচকো খবৰ দেনেকো ৰাস্তে—"

"মানুহজন দেখাত কেনেকুৱা, কি পোছাকত আছিল, এইবোৰ খবৰ আনিছনে নাই?"

"লায়া হ্যায় চাহাব।"

"তেনেহলে প্ৰবোধ চৰকাৰক কবি যাতে চেলা, জোৱাঁই, নংপো আৰু গুৱাহাটী থানালৈ খবৰ পঠিয়াই যোগেশ চৰকাৰৰ বাবে নজৰ ৰাখিবলৈ। অৱশ্যে মানুহজনক পালেও এৰেষ্ট কৰিব নালাগে। মাৰ্ঘেৰিটা থানালৈ এটা এন্‌কোৱাৰি পঠিয়াবি আজিয়েই টেলিগ্ৰাম কৰি। আমাৰ শ্বিলঙতো তাৰ চাচাৰ ঘৰত নজৰ ৰাখিবলৈ মানুহ এজন লগাবি। ঠিক আছে এতিয়া—যা।"

মঙ্গলৰামে চালাম এটা মাৰি ওলাই যোৱাৰ লগে লগে বৰুৱা

আৰু গোস্বামীও ঠিয় হ'ল যাবৰ বাবে। হাজৰিকাই এখন হাত জোকাৰি ক'লে—"বহক, বহক আৰু, একাপ চাহ খোৱা যাওক—কি কয়?"

## ॥ আঠ ॥

যোৱা আধা ঘণ্টা পুলিচ বজাৰৰ চোকত ঠিয় হৈ কনক গোস্বামীয়ে তৃতীয় চিগাৰেটটো জ্বলাই ললে। হাতখন ওভোটাই ঘড়ীটো চালে—ছয় বাজি দহ মিনিট হৈছে।

কথাটো মনত পৰি গোস্বামীৰ লাজ লাগি গ'ল। সিদিনাখন থানাত দ্বিতীয় কাপ চাহৰ লগত ৰবীন হাজৰিকাই যেতিয়া 'সিন্‌হানিয়া ট্ৰেডাৰ্চ'লৈ এন্‌কোৱাৰি কৰিব যোৱাৰ কথা তুলিলে, গোস্বামীয়ে সৰু ল'ৰাৰ দৰে কৈ উঠিল, "মোৰো বৰ ইচ্ছা আছিল জুৱাৰ আড্ডা চোৱাৰ। কিতাপত যি পঢ়িছো সেয়েহে। জীৱনত হ'লে কোনো দিন দেখা নাই।"

হাজৰিকাই কিয় জানো কথাটো বৰ হাস্যকৰ যেন পালে। হাঁহিৰ মাজৰেই ক'লে, "আপুনি ভাবিছে চিনেমাত দেখুৱাৰ দৰে দলৰ চৰ্দাৰজনে মূৰত টুপী, চকুত ক'লা চচ্‌মা লগাই বহি থাকে, পিচপিনে দুজন পিষ্টলধাৰী বডিগাৰ্ড। পাহৰি গৈছে কিয়, জুৱাও এটা বিজনেছ্ আৰু আন বিজনেছৰ দৰে তাৰো লক্ষ্য হৈছে পইচা অৰ্জা। সিহঁতৰো কেৰাণী আছে, একাউনটেণ্ট আছে, এচিচষ্টেণ্ট মেনেজাৰ আছে। বিদেশত সিহঁতে টেক্সো দিয়ে। আমাৰ ইয়াত অকল টেক্স মাফ।"

হাজৰিকাই কিন্তু একো নকলে গোস্বামীক লগত নিয়া নিনিয়াৰ কথা। আজি অফিচত চাপ্ৰাচীটোৰে হঠাতে আহি গোস্বামীক



ক'লে—"আপুনি ওলাই যাওঁতে থানাৰ পৰা আপোনালৈ এটা ফোন আহিছিল। হাজৰিকা চাহাবে আপোনাক কব দিছে, যদি আপুনি সিন্‌হানিয়া ট্ৰেডাৰ্চলৈ যায়, তেনেহলে সন্ধিয়া ছয় বজাত পুলিচ বজাৰৰ চোকত্ ওলাই থাকিব।"

কনক গোস্বামীয়ে আকৌ এবাৰ ঘড়ীটো চালে, ছয় বাজি পোন্ধৰ মিনিট গৈছে। নিচেই ওচৰতে এখন পুলিচৰ জীপ আহি ৰ'ল। জীপৰ পৰা নামি ৰবীন হাজৰিকাই ড্ৰাইভাৰ জনক কলে, 'গাড়ী থানালৈ লৈ যা, মোৰ ফিৰোতে দেৰি হব।"

চিগাৰেট হুপি থিয়হৈ থকা কনক গোস্বামীক, হাজৰিকাই বোধহয় গাড়ীৰ পৰাই দেখা পাইছিল। কাৰণ জীপৰ পৰা নামিয়েই হাজৰিকাই গোস্বামীৰ পিনে আগুৱাই আহি ক'লে, "বেয়া নাপাব, অকমান দেৰি হ'ল। বলক যাওঁ, এই পাঁচ মিনিটৰ বাট।"

গোস্বামীয়ে অকল ক'লে,—"বলক"।

দুইজনে নিঃশব্দে খোজ দিলে ক্ৰমাত পাতলি অহা পুলিচ বজাৰৰ সন্ধিয়াৰ ভিৰৰ মাজেৰে। টহল দি থকা পুলিচ এজনে হাজৰিকাক চালাম এটি দিলে। হাজৰিকাই মূৰটো অকমান দোৱাই যোৱা তিনি মিনিটৰ নিৰৱতা ভঙ্গ কৰি গোস্বামীক ক'লে—"আপোনাক মজাৰ খবৰ এটি কোৱাই নাই—যোগেশ চৰকাৰ সম্পৰ্কে যে এন্‌কোৱাৰি পঠাইছিলো মাৰ্ঘেৰিটা থানালৈ, আজি তাৰে উত্তৰ আহিছে। তেওঁলোকৰ মতে যোগেশ চৰকাৰ উনৈশ শ বাষট্টি চনৰ জানুৱাৰী মাহত ঢুকাইছে। মৃত্যুৰ কাৰণ দুৰ্ঘটনাজনিত, বনৰীয়া হাতীয়ে মাৰিলে। 'বেওৱাৰিছ' বাবে লাছটো ডিব্ৰুগড় মেডিকেল কলেজলৈ পঠোৱা হৈছিল। বাছি থাকোতে গেলামালৰ দোকান দিছিল। সন্দেহ কৰা হয়, মানুহজনৰ ব্ৰহ্মদেশৰ পৰা ভাৰতলৈ কানি অনা দলটোৰ লগত যোগাযোগ আছিল। মৃত্যুৰ পিচত কোনো আত্মীয়স্বজন বা ঘৰৰ ঠিকনা বিচাৰি পোৱা নগ'ল। যিমানদূৰ সম্ভৱ যোগেশ চৰকাৰ পূৰ্ববঙ্গৰ ৰিফিউজি।

কেনে লাগিল আপোনাৰ ৰিপৰ্টটো ? আমি মানুহজনক বিচাৰি ফুৰিছো, ইপিনে মাৰ্ঘেৰিটাৰ পুলিচে তাক চাৰি বছৰ আগতেই মাৰি থৈছে !”

কনক গোস্বামীয়ে কিবা মন্তব্য কৰাৰ আগতেই হাজৰিকা থমকি ৰ'ল। “এইয়ে, এইখনেই বিখ্যাত ক্লেটিচ কাফে।” দোকানখনক বিখ্যাত কৰিবলগীয়া কোনো ব্যৱস্থা গোস্বামীৰ চকুত নপৰিল। আন এশখন চাহৰ দোকানৰ দৰে ইখনো এখন কাফে বা ৰেস্তোঁৰা, নামধাৰী আলিৰ কাষৰ চাহৰ দোকান। অকমান নামনিত বাবে আলিৰ পৰাই দেখা যায় দোকানৰ ভিতৰখন। শনিবাৰৰ সন্ধীয়া হিচাবে গ্ৰাহকৰ সংখ্যা নিচেই তাকৰ বুলিয়ে কব পৰা গ'লহেঁতেন, যদিবা দেৱালৰ ওচৰৰ সৰু সৰু কেবিন নামধাৰী কাঠৰ খুপৰিবোৰৰ পেলাই থোৱা পৰ্দাবোৰে সগৌৰৱে ঘোষণা নকৰিলেহেঁতেন —“আমি ব্যস্ত”।

গোস্বামীয়ে কৌতূহলেৰে চাহৰ দোকানখন চোৱা দেখি হাজৰিকাই মিচিকিয়াই হাঁহি ক'লে,—“দোকানখনত একো নাপায়, আচল কামবোৰ ওপৰ মহলাতহে হয়।” তেতিয়াহে গোস্বামীৰ চকুত পৰিল যে ঘৰটো দুমহলীয়া। আলিবাটৰ পৰাই খট্‌খটি এখন পোনে পোনে ওপৰ মহলালৈ উঠি গৈছে। খট্‌খটিৰ ওপৰত গজাল মাৰি লগাই থোৱা আছে ইংৰাজীৰে লিখা এখন সৰু চাইনবোৰ্ড —‘Sinhania Traders, Government Contractors and General Order Suppliers’। খট্‌খটিৰ মুখৰ দুৱাৰখন বন্ধ।

ৰবীন হাজৰিকাৰ আঙুলিৰ মৃদু চাপত কলিং বেলটো ৰিংৰিঙাই উঠিল ভিতৰৰ ক'ৰবাত। দুৱাৰখন অকমান খুলি মূৰটো উলিয়াই দিলে মানুহ এজনে। বাটৰ পৰা অহা লাইটৰ পোহৰত চিক্‌মিকাই উঠিল টুপীত লগোৱা পিতলৰ সিন্‌হানিয়া কোম্পানীৰ ছাপটো। মানুহজনৰ ভাব-ভঙ্গি চকিদাৰৰ নিচিনা। সি হাজৰিকাৰ পিনে চাই ক'লে, “চাহাব আভি কিছিচে নেহি মিলেগা।”



“চাহাবক কবি থানাৰ ও. চি. আহিছে আৰু কৈছে মিলাটোৱেই তেওঁৰ পক্ষে ভাল।”

মূৰটো ভিতৰলৈ সোমাই গ'ল, লগে লগে সশব্দে বন্ধ হৈ গ'ল দুৱাৰখন। এমিনিট-দুমিনিটকৈ পাঁচ মিনিট পাৰ হ'ল। কনক গোস্বামীৰ ভাব হ'ল যেন তেওঁ এই বন্ধ দুৱাৰৰ সন্মুখত অনন্তকাল ৰখি আছে। এইবাৰ দুৱাৰখন পুৰাপুৰিভাবেই খোল খালে। নেপালী চকিদাৰজনে সসম্ভ্ৰমে ক'লে, “আইয়ে চাব”। সোমায়েই যিটো কোঠা সেইটো বোধহয় চকিদাৰৰ বাবে। বেঞ্চ এখনৰ বাদে আন কোনো আচবাব নাই। গোস্বামীৰ চকুত পৰিল গজালত ওলোমাই থোৱা দীঘল খুকুৰীখনৰ ওপৰত। তাৰ পিচৰ কোঠাটো দেখিয়েই বুজি পাই যে অফিচ, কাৰণ চাৰি-পাঁচখনমান চকী মেজ শাৰি শাৰি কৰি পাৰি থোৱা আছে। অফিচত কৰ্মব্যস্ততা নাই। একোণত আদহীয়া মানুহ এজনে কিবা কাগজ এখন টাইপ কৰাত ব্যস্ত। চকিদাৰজনে আগুৱাই গৈ দুৱাৰ এখন খুলি দিয়াতহে হাজৰিকা আৰু গোস্বামীয়ে লক্ষ্য কৰিলে যে অফিচৰ লগত সংলগ্ন আৰু এটা কোঠালী আছে। দুৱাৰখনৰ ওপৰত সৰুকৈ লিখা আছে ‘Agent’। হাজৰিকাৰ পিচে পিচে গোস্বামীয়েও সোমাই গ'ল। কোঠালীটো সৰু, শেহতীয়া কায়দাৰ চান-গ্লচ টপ্‌ দিয়া ডাঙৰ মেজ এখনে কোঠালীটোৰ বেছিখিনি ঠাই অধিকাৰ কৰি লৈছে। টেবিলখনৰ এপিনে তিনি-চাৰিখনমান চকী পৰা আছে। আনপিনে এখন দামী চামৰাৰে ঢকা অফিচ চকী—সিন্‌হানিয়া ট্ৰেডাৰ্চৰ এজেণ্টৰ বাবে।

এজেণ্টৰ আসনখন যিজন মানুহে অধিকাৰ কৰি আছিল বয়স তেখেতৰ দেখাত ত্ৰিশৰ পৰা পঁয়ত্ৰিশৰ ভিতৰত হব। গাত এটা ঘন মটীয়া ৰঙৰ টেৰিউলৰ স্যুট, বগা টেৰিলিনৰ চাৰ্টটোৰ ওপৰত এদাল সৰু নিভাঁজ টাই। অনাহূত অতিথিৰ প্ৰবেশৰ সময়ত মানুহজন হাতৰ নখ পৰিষ্কাৰ কৰাৰ দৰে দায়িত্বপূৰ্ণ কামত ব্যস্ত

আছিল। কাৰণ গোস্বামীৰ চকু পৰিল টেবুলত পৰি থকা নখ চাফা কৰা সৰু কটাৰিখন আৰু গাৰ কাষলৈ টানি অনা চাইদানতো।

হাজৰিকা কোঠালীত সোমোৱাৰ লগে লগে হাঁহি এটি মাৰি মানুহজন থিয় হ'ল। হাজৰিকাক দেখাৰ আনন্দতে তেখেতৰ হাঁহিটোৱে যেন কাণ চুলেগৈ!

"আহক, আহক হাজৰিকা, কি সৌভাগ্য আজি আমাৰ! বহক, বহক।" এপুৰুষ আগতেও যে ঘৰত অসমীয়া নকৈছিল তাৰে স্পষ্ট আভাষ তেখেতৰ মাতটোত। হাঁহিৰ প্ৰত্যুত্তৰত হাঁহি এটা মাৰি হাজৰিকাই চকী এখন টানি লৈ বহি ক'লে, 'আপোনালোকৰ দৰে কোটিপতি বিজনেচমেন এজনে যে মোৰ দৰে সাধাৰণ পুলিচ অফিচাৰ এজনৰ নামটো মনত ৰাখিব সিমান সৌভাগ্য মই আশাই কৰা নাছিলো।"

"কি যে কয় আপুনি!" বিনয়তে যেন গলি পৰিল মানুহজন, "শ্বিলং থানাৰ ও.চি.ক নো নজনাকৈ থাকিব পাৰিনে? আপোনালোকৰ দৰে অফিচাৰৰ সহায় নাপালে আমি এদিনতে বিজনেচ্ বন্ধ কৰি ঘৰলৈ যাব লাগিলেহেতেন। খাওক, খাওক।" মানুহজনে লাইটাৰৰে সৈতে গোল্ডফ্লেকৰ পেকেটটো হাজৰিকা আৰু গোস্বামীৰ পিনে আগুৱাই দিলে। হাজৰিকাই চিগাৰেট এটা জ্বলাই লৈ ক'লে, "নিশ্চয়, নিশ্চয়, পুলিচ অফিচাৰে ঘোচ্ নাখালে আপোনালোকৰ বহু বিজনেচেই যে বন্ধ হৈ গ'ল হয় সেইটো ময়ো জানো। কিন্তু কথাটো মোক সোঁৱৰাই দি কিবা লাভ আছে জানো?" হাজৰিকাৰ মাতত আগৰ হাঁহিৰ লেশমাত্ৰ নাই।

মানুহজনৰ মুখৰ হাঁহিটোও যেন কোনোবাই তিতা কাপোৰেৰে মচি পেলালে। গোস্বামীৰ পিনে লক্ষ্য কৰি হাজৰিকাক কলে, "এখেতক হ'লে চিনি পোৱা নাই।" হাজৰিকাই চিনাকি কৰি দিলে, "এখেত হৈছে কনক গোস্বামী আৰু এখেত ভাৱালৰাম



সিন্হানিয়া। সিন্হানিয়া ট্ৰেডাৰ্চৰ অংশীদাৰ আৰু শ্বিলঙৰ এজেণ্ট।"

গোস্বামীৰ ভাৱ হ'ল প্ৰাথমিক সৌজন্যৰ পিচত হাজৰিকা আৰু ভাৱালৰাম দুজনেই তৃতীয় ব্যক্তিৰ অস্তিত্বৰ কথা পাহৰি গৈ সাজু হ'ল আসন্ন 'মৌখিক দ্বন্দ্ব-যুদ্ধ'ৰ বাবে।

ভাৱালৰামে চকীখনত ভালকৈ আউজি বহি মেজৰ পৰা নখ চাফা কৰা কটাৰিখন তুলি লৈ নখত ঘঁহি ঘঁহি হাজৰিকাক লক্ষ্য কৰি কলে, "আপোনাৰ দৰে ব্যস্ত অফিচাৰে নিশ্চয় ফুৰিবলৈ আমাৰ ইয়ালৈ অহা নাই। কওক কি কৰিব পাৰো। মোৰ ইয়ালৈ আকৌ দুজন বিজনেচ্মেন অহাৰ কথা আছে সাত বজাত।" হাজৰিকাই চিগাৰেটত শেষ হোপাটো মাৰি আধা খোৱা চিগাৰেটটো চাইদানিত পেলাই দি পোন হৈ বহিল, "তেনেই সাধাৰণ কথা এটাৰ বাবে আপোনাক বিৰক্ত কৰিবলগীয়া হ'ল। পাঁচমিনিটৰ ভিতৰতে হৈ যাব কথাখিনি, অৱশ্যে আপুনি যদি সহযোগ কৰে। বাৰু, আপোনালোকৰ বিজনেচৰ তৰফৰ পৰা বৰুণ চক্ৰৱৰ্ত্তী বোলা ল'ৰা এজনে তীৰ খেলৰ টিকট বেচিছিল দুমাহমান আগতে, তাৰ বিষয়ে কিবা জানে নেকি এতিয়া আপুনি?"

সকাহ পোৱাৰ হাঁহিৰে মুখখন ভৰি পৰিল ভাৱালৰাম সিন্হানিয়াৰ। "এঃ, মিষ্টাৰ হাজৰিকা, আপুনি ভুল ঠাইলৈ আহিছে খবৰ বিচাৰি। আজি দুমাহমানৰ পৰাই সি আমাৰ লগত নাই। আজিকালি বুজিছে কাকো বিশ্বাস কৰিব নোৱাৰি। সেই ল'ৰাজনে এদিন আহি কান্দি-কাটি মোক ধৰিলে, কাম এটা লাগে, ঘৰত বিধবা মাক আৰু বুঢ়া ককাদেউতাক। মইও ল'ৰাজনক বিশ্বাসী যেন পাই কাম এটা দিলো। **Can you believe it**—সি তিনিমাহৰ ভিতৰতে মোৰ পোন্ধৰশ টকা মাৰি দিলে।"

"টকাখিনি আদায় কৰাৰ আপুনি কি ব্যৱস্থা লৈছে ?"

"কি আৰু ব্যৱস্থা লম ?" ভাৱালৰামে হতাশ ভাবে সোঁহাতখন ওভোটাই দেখুৱালে, "দুদিনমান মোৰ মানুহ এজন পঠিয়াইছিলো, টকাখিনি খুজিবৰ বাবে, পিচে লগেই নাপায় বোলে তাক। মোৰেই লোকচান। এনেকুৱাকৈ আৰু দুজনমানে চুৰি কৰিলে শ্বিলঙৰ বিজনেচেই বন্ধ কৰি দিব লাগিব। আপুনি আচল কথাই কোৱা নাই, ল'ৰাজনে হঠাতে কি কৰিলে যে আপোনালোকৰ নজৰত পৰিছে ?"

"বিনয় চক্ৰৱৰ্ত্তীৰ ককাদেউতাক হৰিচৰণ ভট্টাচাৰ্য্যক যোৱা শনিবাৰে সন্ধিয়া কোনোবাই বাটত খুন কৰিছে।"

"এ, হয় নেকি, very sad! very sad!" ভাৱালৰামৰ মুখৰ হাঁহিটি আকৌ নোহোৱা হৈ গ'ল। "বিশ্বাস কৰক হাজৰিকা, ইয়াৰ সম্পৰ্কে মই একো শুনা নাছিলো।"

ৰবীন হাজৰিকাৰ মুখত বিশ্বাস বা অবিশ্বাসৰ কোনো ভাব ফুটি নুঠিল। ভাৱালৰামৰ হাতৰ আঙুঠিৰ দামী পাথৰটোৰ পিনে চাই একে সুৰেৰে কৈ গ'ল, "চাওক মিঃ সিন্‌হানিয়া, আমাৰ হাতত প্ৰমাণ আছে আপুনি আপোনাৰ হাতৰ গুণ্ডা, ইংৰাজীত যাক কয় strong-arm man জেকবক, ওৰফে মজবুল আলীক, ওৰফে আৰু কি ভগবানে জানে—হুকুম দিছে যে টকা আদায় নহলে বৰুণ চক্ৰৱৰ্ত্তীক একনম্বৰ দিবৰ বাবে। তথাপি যদি টকা আদায় নহয় দুনম্বৰ দিবৰ বাবে। আশাকৰোঁ একনম্বৰ-দুনম্বৰ কি বস্তু আপোনাক বুজাই দিব নালাগে। এতিয়া কথা হৈছে বিনয় চক্ৰৱৰ্ত্তীৰ আত্মীয়-স্বজনৰ ভিতৰত বুঢ়া হৰিচৰণ ভট্টাচাৰ্য্যও পৰে। তাৰ ফলত হৰিচৰণ ভট্টাচাৰ্য্যৰ খুন আপোনাৰ হুকুম মতে হোৱা বুলি কলে আপুনি বেয়া পাব নেকি ?"

"আপুনি কি কব বিচাৰিছে ?" ভাৱালৰামৰ মুখখন ৰঙা পৰি তেজেৰে ফাটো ফাটো হৈ উঠিল। "কোন হৰিচৰণ ভট্টাচাৰ্য্য ? মোৰ জনমত নাম শুনা নাই, কিয় মই তাক খুন কৰিব হুকুম দিম ? মই খুন কৰোৱাৰ কি প্ৰমাণ আছে আপোনাৰ ?"



"সঁচা কথা কব গ'লে মিঃ সিন্‌হানিয়া, একো প্ৰমাণ নাই"—হাজৰিকাই কিয় জানো মিচিকিয়াই হাঁহি উত্তৰ দিলে, "আপুনি খুন কৰোৱাৰ কোনো প্ৰমাণ আমাৰ হাতত নাই সঁচা, কিন্তু প্ৰমাণ আছে আপুনি বিনয় চক্ৰৱৰ্ত্তী বা তাৰ আত্মীয়ক এপিটন দিবৰ বাবে হুকুম দিয়াৰ। জেকবৰ ওস্তাদ হাতৰ মাৰ খাই যদি বুঢ়া হৰিচৰণ ভট্টাচাৰ্য্য মৰি যায়, দোষ জানো আপোনাৰ ? পিচে মুস্কিল হৈছে কি মিঃ সিন্‌হানিয়া, আদালতৰ বিচাৰকবোৰে আকৌ মাজে মাজে একো নুবুজে। তেওঁলোকে হয়তো আপোনাক খুনৰ বদলি নৰহত্যাৰ দায়ত দায়ী কৰিব। অৱশ্যে ফাঁচি হোৱা বা চৈধ্য বছৰ জেললৈ যোৱাতকৈ সাত বছৰ জেললৈ যোৱাটো বহুত ভাল। কিন্তু জেলত সাত বছৰ থকাটোও বৰ ডাঙৰ কথা। বিশেষকৈ আকৌ যদি তৃতীয় শ্ৰেণীৰ জেল দিয়ে। তাৰোপৰি আপোনালোকৰ বিজ্‌নেচৰো ভালেখিনি লোকচান। ভাবি চাওকচোন আপোনাৰ ককায়েক দুজনে কথাটো শুনি কিমান দুখ পাব।" হাজৰিকাই কথাখিনি শেষ কৰি উত্তৰৰ আশাত ভাৱালৰামৰ মুখখনলৈ চাই দেখিলে মুহূৰ্ত্তৰ বাবে খেলিযোৱা এটি চতুৰ হাঁহি।

"বহুত ধন্যবাদ মিঃ হাজৰিকা, বহুত ধন্যবাদ খবৰখিনিৰ বাবে। আপোনালোকৰ তাৰ মানে এনে কোনো প্ৰমাণ নাই যি আমাৰ উকিলে কোৰ্টত মিছা প্ৰমাণ কৰিব নোৱাৰে। পিছে, মিঃ হাজৰিকা, সিন্‌হানিয়া ট্ৰেডাৰ্চৰ লাখ লাখ টকাৰ কাৰবাৰ। যিকোনো এটা মিছা বদনামৰ ফলত আমাৰ হেজাৰ হেজাৰ টকা লোকচান হৈ যাব পাৰে। সেয়েহে আমাৰ বিজনেচৰ পলিচিয়েই হৈছে এইবোৰ বদনাম এৰাই ফুৰাটো। বেছিভাগ চৰকাৰী অফিচাৰে সেইবাবে আমাৰ বিজনেচত মূৰ নোসোমোৱাটোৱেই লাভজনক বুলি ভাবে।"

"যেনে—মদন দত্ত"—উদাহৰণটো হাজৰিকায়ে যোগালে।

"অ, যেনে ধৰি লওক মদন দত্ত।"

"মিষ্টাৰ ভাৰালৰাম সিন্‌হানিয়া, মদন দত্তৰ ঘটনাটোৰ সময়ত আপুনি বোধহয় কলেজত পঢ়ি আছিল, সেইবাবে আচল ঘটনাটো মোৰ পৰাই শুনক।" হাজৰিকাৰ মুখখন ধুমুহাৰ আগৰ আকাশখনৰ দৰে থম্‌থমীয়া হৈ উঠিল। "বহুদিন আগৰ কথা, সেই বছৰ আপোনাৰ ককায়েক কেৱলৰাম সিন্‌হানিয়াই নতুনকৈ খোলা বিৰিণা-বাৰী বাগানৰ মদৰ মহলটো পায়। কিন্তু গোলমাল লগালে মাষ্টৰ পুণ্য গগৈ আৰু ৰতন ওৰাওঁয়ে। দুজনে চাৰিওপিনে লিখা-লিখি কৰিলে যে পাঁচ মাইল দূৰত যিহেতু এটা মহল আছে, নতুন মহল খুলি বাগানৰ কুলিবোৰক মদ খাবলৈ উদগণি দিয়াহে হব। চৰকাৰৰ তৰফৰ পৰা কোনো সঁহাৰি নেপাই তেওঁলোক কেজনমানে মদৰ মহলত পিকেটিং কৰাৰ স্থিৰ কৰে। তাৰে কেইদিনমান পিচত ৰাতি মিটিঙৰ পৰা ফিৰি আহোঁতে পুণ্য গগৈ আৰু ৰতন ওৰাওঁক কেইজনমান লোকে বাটত ধৰি মাৰ-পিট কৰে। ৰতন ওৰাওঁৰ থিতাতে মৃত্যু হয়। কিন্তু পুণ্য গগৈ ডিব্ৰুগড় মেডিকেল কলেজত দুমাহ পৰি থাকিল পেৰেলিচেচ হৈ। তাৰে পিচত ঢুকাল। এই দুমাহ গগৈৰ চকুৰ পতাৰ বাহিৰে আন কোনো অঙ্গ লৰাব পৰা নাছিল। এন্‌কোৱাৰিৰ বাবে গৈছিল দাৰোগা মদন দত্ত। তেখেতে তিৰোতা সংক্ৰান্ত কথাত মাৰপিট বুলি দুজন কুলিক চালান দিয়ে। আদালতত কুলি দুজনে অৱশ্যে খালাচ পায়। তাৰে কেমাহমান পিচত মদন দত্তই গুৱাহাটীত প্ৰায় পোন্ধৰ বিশ হেজাৰ টকা দামৰ মাটি এটুকুৰা পাঁচ হেজাৰতে পায়। চকুত লগা কথা হ'ল, মদন দত্তই মাটিখিনি যিজন মানুহৰ পৰা ইমান সস্তাতে কিনে তেখেতে আগতে সিন্‌হানিয়া ট্ৰেডাৰ্চত কাম কৰিছিল। এইখিনিলৈ নিশ্চয় আপোনাক ককায়েক কেৱলৰামে কৈছে।" হাজৰিকা অকমান ৰ'ল উশাহ ঘূৰাই পাবৰ কাৰণে। তাৰ পিচত আকৌ কৈ গ'ল, "এতিয়া গল্পটোৰ বাকীখিনি মোৰ পৰা শুনক। আপোনাৰ বয়স কম আছিল তো, ভয় খাব পাৰে বুলি হয়তো ককায়েকে গোটেই ঘটনাটো কোৱা নাই। পুণ্য গগৈৰ মৃত্যুৰ তিনিবছৰ পিছত মদন দত্ত ডি. এচ. পি. হৈ ৰিটায়াৰ কৰি গুৱাহাটীৰ ঘৰত থাকিব ললে। কিন্তু পেঞ্চন পোৱাৰ পিছতে তেখেতৰ মূৰৰ কিবা বিকাৰ হ'ল। ৰাতি শুলেই সপোন দেখে যে ঠেতেলা মূৰেৰে সৈতে ৰতন ওৰাওঁ আৰু পুণ্য গগৈ আহি বিচনাৰ ওচৰত থিয় দিছে। বহু ডাক্তৰ কবিৰাজক দেখুৱালে, পিছে কোনো ফল নেপালে। শেষত মানুহজনে ভয়তে শুব নোৱাৰা হ'ল। তিনিমাহমানৰ ভিতৰতে মদন দত্ত নুশুই নুশুই মৰি থাকিল। এতিয়া আপুনি হয়তো ভাবিছে মই ইমান কথা জানো ক'ৰ পৰা। ৰতন ওৰাওঁৰ খুনৰ সময়ত মই মদন দত্তৰ তলত এচ. আই.। গিৰিয়েকক ডিব্ৰুগড় হস্পিতালত থৈ পুণ্য গগৈৰ নতুনকৈ বিয়া কৰাই অনা ঘৈণীয়েকে মোক কৈছিল, "আপুনি কিবা এটা কৰক। তেখেতৰ মুখৰ পিনে নহলে চাব নোৱাৰি।"—কিবা এটা কৰিব চেষ্টা কৰাৰ দোষত 'ইন্‌এফিচিয়েণ্ট' ৰিপোৰ্টেৰে সৈতে মোৰ ট্ৰেন্সফাৰ হৈ যায় গাৰো পাহাৰলৈ। এতিয়া বুজিছেতো মিষ্টাৰ সিন্‌হানিয়া, অকমান প্ৰমাণ পালেই মই চেষ্টা কৰিম আপোনাক ফাঁচি কাঠত ওলোমাবৰ বাবে।"

গোস্বামীয়ে মানুহৰ মুখৰ ৰং এনেকৈ বদল হোৱা কোনোদিন দেখা নাছিল। হাজৰিকাৰ কথাৰ লগে লগে ভাৰালৰামৰ মুখখন, ৰঙাৰ পৰা বগা, তাৰ পিছত ছাইৰ দৰে শেঁতা পৰি গ'ল। "বিশ্বাস কৰক মিঃ হাজৰিকা, কাৰোবাক খুন জখম কৰিবৰ হুকুম মই কোনোদিনো দিয়া নাই।" ভাৰালৰামৰ মাতত আগৰ আত্মবিশ্বাসৰ চাঁ মাত্ৰও নাই। "টকা আদায়ৰ বাবে বৰুণ চক্ৰৱৰ্ত্তীক অলপ মাৰধৰ কৰিব কোৱাটো সঁচা, কিন্তু খুন-জখম কৰোৱা

সাহস মোৰ নাই। সেই বাবেই মোক ইয়ালৈ পঠিয়াই দিছে। আপুনি জেকবক সুধিলে গম পাব মই সঁচা কথা কৈছো।”

“জেকব এতিয়া ক'ত?” হাজৰিকা চকীখনৰপৰা উঠিল। হাজৰিকাক দেখি গোস্বামীও ঠিয় দিলে।

“মই এতিয়াই মতাই দিছো। শনিবাৰে সন্ধিয়া সাত বজাৰ পৰা ন বজালৈ সি তলৰ মহলাত তাৰ ঘৰত থাকে, কাৰণ সেই সময়ত আমাৰ বহু টকাৰ লেন-দেন হয়।”—হাজৰিকাক খুচী কৰিবৰ বাবে উদ্বিগ্ন হৈ ভাৱালৰামে ক'লে।

“মতোৱাৰ দৰ্কাৰ নাই, আমি নিজেই বিচাৰি উলিয়াম। আপুনি কলে—শনিবাৰে সন্ধিয়া সাত বজাৰ পৰা ন বজালৈ সি ইয়াতে থাকে। যোৱা শনিবাৰে সি ক'ত আছিল?”

“মোৰ ঠিক মনত আছে সাত বজাত সি ইয়াত আছিল। কাৰণ মই তাক কিবা কাৰণত মাতোতে পাইছো।”

“সাত বজাৰ আগতে?”

“কব নোৱাৰো।”

“আচ্ছা—গুড্ নাইট মিঃ সিন্হানিয়া। আশাকৰো আপুনি মোক সঁচা কথা কৈছে। নহলে আপোনাক ঈশ্বৰে ৰক্ষা কৰক।”

ভাৱালৰামৰ বিদায় সম্ভাষণলৈ বাট নাচাই হাজৰিকা আৰু গোস্বামী সিন্হানিয়া ট্ৰেডাৰ্চৰ অফিচৰ পৰা ওলাই আহিল।

॥ ন ॥

হাড়লৈকে কঁপাই দিয়া চেঁচা বতাহ জাকেও খঙত ৰঙা পৰি থকা ৰবীন হাজৰিকাক মনত পেলাই দিব নোৱাৰিলে যে তেখেতে সিন্হানিয়া ট্ৰেডাৰ্চৰ অফিচ ঘৰৰ পৰা ওলাই আহি বাট পাইছে। গোস্বামীয়ে সুধিলে—“এতিয়া কলৈ যাব?”

“কি? কি কলে আপুনি?” হাজৰিকাৰ চকুত এটি অবুজ ভাব ফুটি উঠিলে।

“মই সুধিছিলো, এতিয়া থানালৈ ফিৰিবনে?”

“আপোনাৰ কিবা কাম আছিল নেকি?”

“কাম তেনে একো বিশেষ নাই।”

“আপোনাৰ আপত্তি নাই যদি বলক তেনেহলে জেকবক কথা সোধা যাওক।”

“ভাৱালৰামে কিমান দূৰ সঁচা কৈছে জানিবৰ বাবে?”

“অঁ।”

“কিন্তু জেকবে জানো সঁচা কথা কব?”

“আশা কম।”

“তেনেহলে?”

“ভাৱালৰামে জেকবক লগ পোৱাৰ আগতে যদি আমি জেকবক প্ৰশ্ন কৰো তেতিয়াও সি বোধহয় মিছা কব, কিন্তু সেইটো মিছা ভাৱালৰামৰ মিছাৰ লগত খাপ নাখায়। আৰু যদি ভাৱালৰামে জেকবক আগতে মাতি নি কথা হয়, তেতিয়া দুজনে লগ লাগি একেটা সাধুকে কব।”

ক্লেটিচ কাফেৰ খৰিদ্দাৰ দুজনমানে পুলিচ কৰ্মচাৰীৰ লগত

কথা পতাত ব্যস্ত কনক গোস্বামীক সন্দেহেৰে জুমি জুমি চোৱা দেখি হাজৰিকা আৰু গোস্বামী অকণমান আঁতৰি গ'ল। গোস্বামীয়ে কলে,—"মোৰ কিন্তু অভিজ্ঞতা বেলেগ।"

"যেনে ?"

"প্ৰশ্নটোৰ ওপৰত মানুহে গুৰুত্ব দিলে সাধাৰণতে মানুহে সঁচা উত্তৰ নিদিয়ে।"

"আপোনাৰ কথাটো বুজা নাই।"

"ভূতত্ত্ববিদ হিচাবে বহু সময়তে বহু মানুহ আহে মোৰ ওচৰলৈ বিবিধ শিলৰ টুকুৰা লৈ—কি শিল জানিবৰ বাবে। সাধাৰণতে সোণ বা তামৰ আকৰ বিচাৰে। কোৱা বাহুল্য এইবোৰ শিলৰ শতকৰা নিৰান্নব্বৈ ভাগৰেই কেনো দাম নাই। মই যদি শিল টুকুৰা লিৰিকি বিদাৰি চাই গম্ভীৰভাবে সোধো 'শিল টুকুৰা ক'ত পালে ?' সদায় একেটা উত্তৰেই পাওঁ 'পাইছো দিয়কছোন এঠাইত'। বেচি জোৰ কৰিলে আকৌ কয় 'মই নিজেই নাজানো শিলটুকুৰা ক'ৰ পৰা আনিছে। চিনাকি কণ্ট্ৰাক্টৰ এজনে গাৰোপাহাৰত পাই লৈ আহিছে; তেওঁ আকৌ ভাৱে এইটো তামৰ আকৰ বুলি। ময়েই কলো—দেচোন, মোৰ চিনাকি জিয়লজিষ্ট এজন আছে তেখেতক দেখুৱাই আনো।' তেতিয়া মই মানুহজনক শিলৰ টুকুৰাটো ওভটাই দি উপদেশ দিওঁ 'আপোনাৰ চিনাকী কণ্ট্ৰাক্টৰ জনক শিলৰ টুকুৰাটো নি য'ৰ পৰা আনিছে তাতে পেলাই দিব কব। এইটুকুৰা সাধাৰণ পাইৰাইট, হালধীয়া ৰঙৰ বাবে মানুহে ইয়াক মূৰ্খৰ সোণ বোলে।' লগে লগে মানুহজনে সঁচা কথা কয়, 'শিলৰ টুকুৰাটো দেখিয়েই মই কৈছিলো দাম নোহোৱা পাইৰাইট বুলি; পিছে ভাইটোৱে নেৰে, সি শিলৰ টুকুৰাটো জাগীৰোডৰ পৰা লৈ আহিছে, আপোনাক মিছাই কষ্ট দিলো।"

"আপুনি অৱশ্যে কথাটো ভাল লক্ষ্য কৰিছে।'" হাজৰিকাই ক'লে, "ময়ো দেখিছো মানুহে গল্প কৰোতে মিছাৰ মাজতে বহু সঁচা কথা কয়, যি বোৰ প্ৰশ্ন কৰি উলিয়াব নোৱাৰি। পিছে মই বুজা নাই জেকবৰ লগত আপুনি কি কৰিব বিচাৰিছে।"

"আপোনাৰ আপত্তি নাই যদি মই জেকবৰ লগত কথা হব পাৰো।"

"তাৰ লগত আপুনি অকলে কথা হব বিচাৰে নেকি ?"

"আপোনাক লগত নিয়া মানে চিঞৰি কৈ দিয়া, 'মই পুলিচৰ মানুহ।' শ্বিলং থানাৰ ও. চি-ক চিনি নোপোৱা মানুহ চাহৰ দোকান খনত ওলাব নে সন্দেহ।"

"কিন্তু অকলে যোৱাটো অত্যন্ত বিপদজনক হব পাৰে।"

"বছৰৰ ছমাহ বনে-জঙ্গলে হাতী, বাঘৰ মাজত অকলে ঘূৰি ফুৰো, এতিয়া সাধাৰণ গুণ্ডা এজনক লগ ধৰিব ভয় কৰা শুনিলে মানুহে হাঁহিব।" কনক গোস্বামীয়ে মিচিকিয়াই হাঁহি উত্তৰ দিলে।

"কথাটো হাঁহি উৰুৱাই নিদিব।" হাজৰিকাই গম্ভীৰ হৈ ক'লে; "আপুনি পাহৰি নেযাব যে সি দাগী খুনী। মোৰ সন্দেহ উজনি অসমৰ বিভিন্ন ঠাইত হোৱা অন্ততঃ দহবাৰটা খুনত তাৰ হাত আছে। আপুনি চেষ্টা কৰি চাব বিচাৰিছে যেতিয়া মই বাধা নিদিওঁ। কিন্তু আপোনাক মই দহ মিনিট সময় দিছো; তাৰে ভিতৰত যদি আপুনি ওলাই নাহে তেনেহলে আপোনাক বিচাৰি মই সোমাই যাম। তেতিয়া আকৌ মোক দোষ নিদিব যে, জেকবে আপোনাক হিয়া উদঙাই দিব ওলাইছিল, ঠিক সেই সময়তে মই গৈ সকলো নষ্ট কৰি দিলো।" হাজৰিকাই হাতখন ওভোটাই ঘড়ীটো চালে, "এতিয়া আঠ বাজি পোন্ধৰ মিনিট গৈছে, আঠ পচিশৰ ভিতৰত আপোনাৰ কথা শেষ কৰিব। মই এইটো বাটতে ঘূৰি ফুৰি আছো।"

কনক গোস্বামীয়ে মুখত এটি চিন্তাক্লিষ্ট ভাব আনিবৰ চেষ্টা কৰি ৰেষ্টিচ্ কাফেত সোমাই গ'ল। দুৱাৰ-মুখত বহি থকা

চাহৰ পইচা লৈ থকা শকত মানুহজনৰ ওচৰলৈ গৈ যেন বৰ কিবা এটা গোপন কথা সুধিছে, তেনেকৈ ফিচফিচাই সুধিলে, "আচ্ছা, জেকবক ক'ত লগ পাম কব পাৰে নেকি? মোক মানুহ এজনে কলে সন্ধীয়া তেখেতক ইয়াতে লগ পাব পাৰি।"

কিন্তু জেকবক বিচাৰি বোধ হয় নিতৌ বহুত মানুহেই আহে। সেইবাবে গ্ৰাহকৰ পৰা পইচা লৈ থকা মানুহজনে গোস্বামীৰ প্ৰতি কোনো মনোযোগ নিদি আঙুলিৰে ভিতৰৰ পিনে দেখুৱাই কলে, "ভিতৰলৈ সোমাই যাওক, ৰান্ধনী-ঘৰৰ পিছপিনৰ দুৱাৰ খনেৰে বাহিৰলৈ ওলালে দুটা ঘৰ দেখা পাব। তাৰে সোঁ পিনৰ ঘৰটোত জেকব থাকে। সি এতিয়া ঘৰত থাকিব পায়।"

গোস্বামীয়ে দুবাৰমান দুৱাৰত টুকুৰিওৱাৰ পিছত দুৱাৰখন মেল খাই গ'ল। কোঠালীটোত জ্বলি থকা কম পাৱাৰৰ ইলেকট্ৰিক লাইটটোৰ হালধীয়া পোহৰতে দুৱাৰ খুলি দিয়া মানুহজনৰ পিট্‌পিটাই থকা ক্ৰুৰ চকুদুটাই গোস্বামীৰ মনোযোগ আকৰ্ষণ কৰিলে।

"কি লাগে?" মানুহজনে সুধিলে।

"আপুনিয়েই জেকব নহয় জানো?"

"মই সুধিছো কি লাগে?"

"আপোনাৰ লগত এটা কাম আছিল।"

"আজি আৰু টকা-পইচাৰ লেনদেন নহয়।" মানুহজনে গোস্বামীৰ নাকৰ সন্মুখত দুৱাৰখন জপাই দিলে।

গোস্বামীয়ে দুৱাৰখনত দ্বিতীয়বাৰৰ বাবে খট্‌খটাই দিয়াত মানুহজনে দুৱাৰখন খুলি কলে, "কৈছো নহয়, আজি আৰু পইচাৰ লেনদেন নহয়, শুনা নাই নেকি?"

এইবাৰ কিন্তু দুৱাৰ জপোৱাৰ আগতে গোস্বামীয়ে এখন ভৰি দুৱাৰ-গবীয়া পাৰ কৰি দি কলে, "অকমান ৰবচোন, মই টকা ধাৰ কৰিব অহা নাই। বৰুণ চক্ৰবৰ্ত্তী নামৰ ল'ৰা এজনে আপোনালোকক কিবা টকা দিবৰ আছিল, তাকে হে দিব আহিছো।"

অত্যন্ত অনিচ্ছাৰে জেকবে দুৱাৰৰ মুখৰ পৰা আঁতৰি গৈ কলে, "ভিতৰলৈ আহক।"

সন্তীয়া চেণ্টৰ আৰু কাকিয়াতৰ গন্ধেৰে ভৰা কোঠালীৰ বন্ধ বতাহখিনিয়ে যেন গোস্বামীক হেঁচা মাৰি ধৰিলে। লাইটৰ পোহৰত গোস্বামীয়ে প্ৰথম বাৰৰ বাবে জেকবৰ মুখখন ভালকৈয়ে দেখা পালে। তাৰ বয়স চল্লিশৰ ওচৰা-ওচৰি, ওখই চাৰে পাঁচ ফুটৰ বেচি নহয়। নিয়মিত অতিপাত মদ খোৱা বাবে চকুৰ তলি উখহা। সেয়ে তাৰ চুৰ্মাসনা চকু দুটাক আৰু সৰু কৰি তুলিছে। গাৰ ৰঙটো পুৰণি কাকতৰ দৰে অলপ হালধীয়া পৰা। হাত দুখন খোপোকা। আঙুলিবোৰ চুটি চুটি। মলিৰ বাবেই হওক বা আন কাৰণতেই হওক নোমৰ গুৰিবোৰ কলা কলা। চুলিখিনি বোধ হয় এসময়ত কেঁকোৰা আছিল। এতিয়া মূৰৰপৰা ক্ৰমবৰ্দ্ধমান টাক খিনি ঢাকিবৰ বাবে সযত্নে একাষৰীয়াকৈ আচোৰা। পেটটো ওলাব ধৰিছে যদিও দেখিলেই বুজা যায় মানুহজনৰ দৈহিক শক্তি যথেষ্ট। গাত এটা চামৰাৰ জেকেট আৰু কলা গৰম পেণ্ট।

প্ৰায় এক মিনিট সময় গোস্বামী নিৰবে থিয় দি থকাৰ পিছত জেকবে পাইন কাঠৰ চকী এখন দেখুৱাই দি কলে, "বহক।" গোস্বামীয়ে চকীখনত বহাৰ পিছতহে লক্ষ্য কৰিলে যে আনটো কোঠালৈ যোৱা দুৱাৰখন ঠিক তেখেতৰ পিছপিনে। খোলা দুৱাৰ খনেৰে ভাহি আহিছে কোনোবাই গল্প কৰাৰ দুই এটা শব্দ। মাইকী মানুহৰ খিল্‌খিলনি আৰু সস্তীয়া মদৰ গ'ন্ধ।

জেকবে গোস্বামীৰ সন্মুখত টেবুলৰ এটা কোণত বহি সন্দেহ ভৰা মাতেৰে সুধিলে, "বৰুণ আপোনাৰ কি হয়?"

"বৰুণ মোৰ ভাগিন হয়, অৱশ্যে দূৰ সম্পৰ্কত।"

"সি নিজে টকাখিনি দিব নাহি আপোনাক পঠিয়ালে কিয় ?"

"কাৰণ টকাখিনি মোৰ।" গোস্বামীয়ে তেতিয়াহে লক্ষ্য কৰিলে জেকবৰ বহা কায়দাটো। কিবা সন্দেহ হলেই সি অনায়াসে গোস্বামীৰ বুকুত বা মুখত গোৰ সোধাই দিব পাৰে। নিজৰ বিপদজনক অৱস্থাৰ কথা নেভাবিবৰ চেষ্টা কৰি গোস্বামীয়ে কৈ গ'ল, "কাৰণ টকাখিনি মোৰ। অলপতে মোৰ মোমাইদেউ মানে বৰুণৰ ককাদেউতাকক কোনোবাই বাটতে কোবাই মাৰে। সেই খবৰ পাই মায়ে মোক তৎক্ষণাত চিলঙলৈ আহিব টেলিগ্ৰাম কৰি দিলে। ইয়ালৈ আহি গম পালো মোমাইদেউৱে টকা-পইচা সকলো মোৰ নামত উইল কৰি থৈ গৈছে, অকল ঘৰটো বৰুণৰ মাকক দিছে। সঁচা কথা কৈছো, এই উইল সম্পৰ্কে মই একো নাজানিছিলো। পিছে কালিৰ পৰা ঘৰত শান্তি নাই। বাইদেউৱে কান্দি কাটি হাঁহাকাৰ লগাইছে যে বৰুণে হেনো কাৰোবাক টকা ধাৰ লৈ ঘূৰাই দিব আছে, টকা নাপালে তাৰ জীৱন মাৰিব। বুঢ়াটোৰ ইমান সেৱা-যত্ন কৰাৰ পিছতো টকাখিনি আনক দি বৰুণক পথৰ ভিখাৰী কৰি থৈ গ'ল। আজি বৰুণক সুধি গম পালো যে সি সিন্হানিয়া ট্ৰেডাৰ্চক টকা পোন্ধৰ শ' ফিৰাই দিব আছে। তাৰোপৰি পাৰিলে আপোনাকো এটা কমিছন দিব লাগে ইয়াৰ ওপৰত। যিহেতু মই মোমাইদেউৰ টকা আশা কৰা নাছিলো, ভাৱিছো তাৰ ধাৰ খিনি মইয়ে সোধাওঁ। তথাপি কেইহেজাৰ মান মোৰ হাতত থাকিব। এতিয়া কওক আপোনাক কিমান কমিশন লাগিব। আগতেই কিন্তু কৈ থৈছো, বৰ বেচি বিচাৰিলে মই এপইচাও নিদিওঁ।

গোস্বামীৰ গম্ভীৰ ভাবে কথা কোৱাৰ ধৰণ আৰু নোখোজাকৈ পোৱা টকাৰ লোভ, দুটাই লগ লাগি জেকবৰ মনৰ সন্দেহ একেবাৰে নোহোৱা কৰিব নোৱাৰিলে। মনটো তাৰ খুহুৱাই থাকিল।—তথাপি মুখত হাঁহি এটি আনিব চেষ্টা কৰি কলে,



"বিনয় বজ্জাতটোৱে তাৰ মানে এনেয়ে বাহাদুৰি মাৰি আছিল যে বুঢ়া মৰিলেই সকলো টকা সি পাব। তাৰ মোমায়েক এজন যে আছে কথাটো সি কোনোদিনেই কোৱা নাছিল। আপুনি সুধিছে যেতিয়া মই কওঁ বাৰু—মোৰ হাতেৰে টকাৰ যি লেন-দেন হয় তাত মই হেজাৰত পঞ্চাশ টকা লওঁ। সেই হিছাবে পচাত্তৰ টকা হয়। পিচে এই টকাখিনি যিহেতু আপুনি নিজে উপযাচি আহি দিব ওলাইছে, মই আদায় কৰিব লগীয়া হোৱা নাই—আপুনি পঞ্চাশ টকাই দিয়ক।"

"চেক্‌খন বাৰু কাৰ নামত দিম ; আপোনাৰ নে মিষ্টাৰ সিন্হানিয়াৰ ?" কোৱাৰ লগে লগে গোস্বামীয়ে কোটৰ ভিতৰৰ জেপত সোঁহাতখন সুমুৱাই দিলে যেন চেক্ বহিখনহে টানি বাহিৰ কৰিব।

"চেক্ ? আপুনি চেক্ দিব ওলাইছে নেকি ?" আচৰিত হৈ সুধিলে জেকবে।

"কিয় ? চেক্ আপোনালোকে নলয় নেকি ?" যেন দুগুণ আচৰিত হ'ল গোস্বামী।

"এইবোৰ কাৰবাৰ নগদ নগদ হোৱাই ভাল—নহয় জানো ?" এইবাৰ অন্তৰৰ পৰাই হাঁহি ওলাল জেকবৰ। বোধহয় গোস্বামীৰ অজ্ঞতা দেখি।

"এঃ মই আকৌ ভাবিছিলো চেক্ দিয়াটোৱেই সুবিধাৰ বুলি।" গোস্বামীয়ে যেন ভয়ে ভয়ে কোঠাটোৰ চাৰিওপিনে চালে। "ইমানবোৰ টকা লগত লৈ এই সন্ধিয়া ওলাবই ভয় লাগে। কালি তেনেহলে দিনে-পোহৰতে টকাখিনি লৈ আহিম। আপোনাক পামতো ইয়াতেই ?"

"মোক নেপালে ওপৰ তলাত ছোট বাবুৰ হাতত টকাখিনি দিলেও হব।"

"নাই নাই, আপোনাক লগ পাবই লাগিব। বৰুণৰ কথা

বাদ দিয়ক, মোৰ নিজৰ তৰফৰ পৰাও আপোনাক সৰু 'ভেট্' এটা দিব লাগে। ধৰক আৰু পাঁচশ টকা।" গোস্বামীয়ে কি টকাৰ কথা কৈছে জেকবে বুজি নেপালে। সকলো দৈহিক শক্তি থকা কম বুধিয়ক মানুহৰ দৰে কথাটো বুজি নেপাই জেকবৰ ভমক্ কৰি খং উঠি গ'ল। "আপুনি মোক কি টকাৰ গৰম দেখুৱাব আহিছে? মই কি জীৱনত টকা দেখা নাই? এই দুখন হাতেৰে এক ৰাতমে হাজাৰ ৰূপয়া উৰাই দিছো।"

"কি যে কয় আপুনি মিষ্টাৰ জেকব! আপোনাক নো মই পয়চা দেখুৱাব পাৰোনে? ধুঢ়াই প্ৰায় দহ হেজাৰমান টকা এৰি গৈছে। তাকে ভাবিলো কৃতজ্ঞতাৰ চিন হিচাবে আপোনালৈ টকা পাঁচশ আগবঢ়াম। বৰুণৰ কথাৰ পৰা যি বুজিলো আপোনাৰ সহায় নহ'লে সেই টকাৰ মুখ কেতিয়া দেখিলো হয় ভগৱানে জানে।" গোস্বামীয়ে সোঁ চকুটো লাহেকৈ মুদি দিলে।

জেকবে তেতিয়াহে বুজিলে গোস্বামীয়ে কিহলৈ পোনাইছে। গোঙোৰা খঙৰ ঠাইত তাৰ মুখত হাঁহি বিৰিঙি উঠিল।

"শালাই তেনেকৈ কৈছে নেকি?" তামোল খাই ক'লা পৰি যোৱা দাঁত কেইটা উলিয়াই হাঁহি জেকবে সুধিলে, "এইবোৰ ফাল্টু কথা বিশ্বাস নকৰিব।" কিন্তু কথাখিনি এনে সুৰত কলে যেন গোস্বামীয়ে বিশ্বাস কৰিলেও তাৰ বিশেষ আপত্তি নাই।

"এঃ, মোৰ পৰিচয়টোৱেই দিয়া হোৱা নাই। মই হৈছো কনক গোস্বামী, কলিকতাৰ এটা কোম্পানীত কাম কৰো।" গোস্বামীয়ে নিজৰ সোঁহাতখন জেকবৰ পিনে আগুৱাই দি ক'লে— "আপোনাৰ কথা পিচে সেই মিৰাটতে শুনিছো।"

"মিৰাটত মোৰ কথা কোনে ক'লে?" জেকবে কৌতূহলেৰে সুধিলে।

"কৈছিল পুলিচ অফিচাৰ এজনে, যোৱা বছৰ মই মিৰাটত যাব লগা হৈছিল আমাৰ কোম্পানীৰ কামত।" গোস্বামীয়ে



সাজি সাজি কৈ গ'ল—"তাতে ৰিটায়াৰ্ড পুলিচ অফিচাৰ এজনৰ লগত কিবা কোম্পানীৰ মাটী-বাৰি সংক্ৰান্ত কাম আছিল। কথাই কথাই চোৰ-ডকাইতৰ কথা ওলাল। সেই মানুহজনেই কলে যে, আজি-কালি মিৰাটত যিবোৰ গুণ্ডা আছে সেইবোৰে আগৰ গুণ্ডাবোৰৰ হেনো ভৰি ধুৱাই দিবৰো যোগ্য নহয়। সেইবোৰ গুণ্ডাৰ কলিজায়েই বেলেগ আছিল। পিছে, হলে কি হব, নাম কেইটামান ক'লে, বেছিভাগেই হয় পুলিচৰ গুলিত মৰিছে নহলে ফাঁচি কাঠতে ওলোমিছে। দুজনমানে নিজৰ ভিতৰতে মৰা-মৰি কৰি মৰিল। কেজনমান জেলত পচি আছে। সেই গুণ্ডাবোৰৰ ভিতৰত কিন্তু আটাইতকৈ ওস্তাদ, তাক গুণ্ডাৰ ৰজা বুলিও কব পাৰি, নাম তাৰ মক্‌বুল আলী। গোলমাল বেছি হোৱা দেখি মিৰাটৰ পৰা নোহোৱা হ'ল। কিছুমান মানুহে কয় সি হেনো অসমৰ পিনে গৈছে। মই অসমৰ মানুহ জানি সেই অফিচাৰজনে সুধিছিল—'মক্‌বুল আলীৰ বিষয়ে কিবা শুনিছো নেকি? মোৰ এতিয়াও কাণত বাজি আছে মানুহজনৰ কথা। মক্‌বুল আলীৰ দৰে লায়েক গুণ্ডা ভাৰতত খুব কমেই আছে। য'তেই নাযাওক কিয় সি ঠিক নিজৰ যায়গা কৰি লব। আজি বৰুণৰ লগত কথা হৈ হে বুজিলো আপুনিয়েই মিৰাটৰ মক্‌বুল আলী।"

ভাৰতৰ বিখ্যাত গুণ্ডাবোৰৰ লগত একে শাৰিত ঠাই দিয়া বাবেই বোধহয় জেকবৰ চিৰকালৰ সঙ্গী সন্দেহৰ ছাঁ চকুৰ পৰা আঁতৰি গ'ল। পৰিতৃপ্তি যেন টোপে টোপে বৈ পৰিল সৰু চকুহালৰ পৰা। "আপুনি দেখিছো মোৰ দৰে দুনিয়া-দাৰি দেখা মানুহ। এগিলাছ হৈ যাব নেকি?" জেকবে চকুৰে দুটা কোঠালীৰ মাজৰ দুৱাৰখন দেখুৱাই দিলে। গোস্বামীৰ উত্তৰলৈ বাট নেচাই সি আনটো কোঠালীলৈ সোমাই গ'ল। অকমান পিচতে ফিৰি আহিল হাতত দেশী মদ এবটল আৰু খালি

গিলাছ দুটা লৈ। জেকবে মেজৰ পুৰণি ঠাইখিনি অধিকাৰ কৰি বহাতহে গোস্বামীৰ ভাব হ'ল যে এই সুযোগতে তেখেতে আন এখন চকীত উঠি গৈ বহিব পাৰিলেহেঁতেন। জেকবে দাঁতেৰে কামুৰি বোটলৰ চিলটো খুলি গিলাছত মদ ঢালি কলে—"চব্ কিচ্‌মত্, চব কিচ্‌মত, কেৱলৰাম বাবুই মোক যেতিয়া দিল্লীত লগ পাই সোধে অসমলৈ যাম নেকি নৌকৰি কৰিবলৈ—মই হাঁহি উৰাই দিছিলো—জঙ্গলমে কোন যায়গা। তেতিয়া মোৰ চন্দনীয়াৰ লগত জোৰ মোহব্বত। পিছে চন্দনীয়াক কোনোবাই খুন কৰিলে, বদৰউদ্দিন ধৰা পৰিল। দলৰ মানুহবোৰ মিৰাটৰ পৰা কোন কেনি পলাল ঠিক নোহোৱা হ'ল।" গিলাছ দুটা চকুৰ সন্মুখত তুলি লৈ সি চালে সমান পৰিমানৰ মদ ঢলা হৈছে নে নাই। তাৰ পিচত এটা গিলাছ গোস্বামীৰ পিনে আগুৱাই দি কৈ গ'ল, "গুছি আহিলো অসমলৈ। কেৱলৰাম বাবুয়েও প্ৰথমে ক'লে—তোৰ নামটো সলাব লাগিব আৰু অসমীয়া শিক—যাতে মানুহে ধৰিব নোৱাৰে তই পশ্চিমৰ পৰা আহিছ বুলি। জেকব নামটো তেৱেঁই দিয়া। এতিয়া ময়েই পাহৰি গৈছো যে মোৰ নাম মক্‌বুল আলী।"

জেকবে গিলাছৰ মদখিনি গলত বাকী দিলে। গোস্বামীয়েও দেখাদেখি মদৰ গিলাছটো উদঙাই দি বাওঁহাতৰ পিচফালেৰে মুখখন মচি সুধিলে, "তাৰ পিচত?"

"দেখিছেইতো কেৱলৰাম বাবুৰ দোৱাত ভালেই আছো। বাবুৰ পৰা 'তন্‌খা' পাওঁ মাহে দুশ টকা। নিজে যি আৰ্জিব পাৰো সেইখিনিও মোৰ। তাৰ উপৰি ইস্পেচাল কাম থাকিলে বক্‌চিচ্; কেতিয়াবা পাঁচশ, কেতিয়া হাজাৰ ৰূপেয়া। চাদি কৰিছো এটা। পুৰণি গাড়ী এখন লৈ টেক্সি কৰি দিছো। মিৰাট বা দিল্লীত থাকিলে ইমানদিনে জেলত পচিব লাগিল হয়। হয়তোবা লট্‌কায়ে দিলে হয়।"



"শ্বিলঙত নিশ্চয় আপোনাৰ কামৰ খুব চাহিদা?" গোস্বামীয়ে মাতটো যিমান পাৰে কৌতূহলেৰে ভৰাই সুধিলে।

"নাই ইয়াতে বিশেষ কাম। বহোঁতে বহোঁতে হাদ্দিৰ দৰদ হৈ গৈছে।" জেকবৰ মাতটো সৰু হৈ গ'ল—যেন কিবা এটা বৰ গুপুত কথাহে কৈছে। "আচল কথা হৈছে—আমাৰ ছোটবাবু বিলকুল কয়েৰ। কথাই কথাই অকল কয়—জেকব চম্ভালি চলিবি। পুলিচৰ গোলমালত যদি পৰা বুলি শুনো একেদিনাই অসমৰ পৰা খেদিম। বৰবাবুৰো হিম্মত আছে, কিন্তু কেৱলৰাম বাবু একদম শ্বেৰ। এবাৰ এখন মহলত কুলিয়ে কিবা হাল্লা লগাইছিল। বাবুই মোক মাতি নি হুকুম দিলে—লিডাৰ দুজনক চাফ কৰি দে। মই মিৰাটৰ মক্‌বুল্ আলী পৰ্য্যন্ত ভয় খাই গৈছিলো। ক'লো—চাৰিওপিনে হেজাৰ হেজাৰ কুলি, কিবা গম পাব লাগিলেই আমাকেই শেষ কৰি দিব। বাবুই কয়—কুচ্ পৰোৱা নেহি। তই অকল ৰেডি থাকিবি। গাড়ীৰে আহি নিজে সন্মুখত থাকি ৰাতিৰ ভিতৰতে কাম খতম্ কৰি উভটি গ'ল। কোনেও একো গমেই নাপালে।"

"আপুনি তেনেহলে কাম-কাজ নোহোৱাত বৰ দিগদাৰি পাইছে?" গোস্বামীয়ে খালি গিলাছ দুটাত আধা গিলাছকৈ মদ ঢালি ললে।

"নচিবত থাকিলে ইয়াতেও কাম ওলাব, বহুত মজাদাৰ কাম। এক কুত্তাৰ পতা পাইছো, তাক খটম্ কৰি দিব পাৰিলে কেৱলৰামবাবুই দুহেজাৰ টকা ইনাম দিব বুলি কৈছিল। চালা, ক'ত যে গায়েব হৈ গৈছিল বিচাৰি বিচাৰি তাক হায়ৰাণ হৈ গ'ল চবে। কিন্তু কোনো চালাই তাৰ পতা উলিয়াব নোৱাৰিলে। সি কুত্তাই ইপিনে আহি শ্বিলঙত সোমাই আছে।" উৎসাহতে জেকবে মেজতে এনে এটা ভুকু সোধালে যে গিলাছ দুটা জপিয়াই উঠিল।

"কি হ'ল আপোনাৰ হঠাতে?"—গোস্বামীয়ে হাতত গিলাছ এটা তুলি লৈ সুধিলে।

"চালা নিমখহাৰাম কুত্তা, আজি তিনি বছৰ ধৰি তাক শেষ কৰি দিয়াৰ হুকুম আছে। চব্ কিস্‌মত্! যোৱা শনিবাৰে আপোনাৰ ভাগিনীয়েক বিনয়ে ক'লে যে তাৰ ককাদেউতাকৰ হেনো বহুত টকা। অকণমান ভয় খুৱালে কিজানি টকা পোন্ধৰশ দিয়েই। ময়ো ভাবিলো এনেয়ে থকাতকৈ ল'ৰাজনকে অলপ মদৎ কৰোঁগৈ। বিনয়ৰ লগত মই পাঁচমান বজাতে গৈ তাৰ ককাদেউতাকে কাম কৰা অফিচৰ কাষত ৰখি আছিলো। তাৰ কথাদেউতাক অফিচৰ পৰা ওলাওঁতে বৰুণে মোক দূৰৰ পৰা দেখুৱাই দিলে। জব্বৰ বৰবুণ দি আছিল। মই তাক ঘৰলৈ যাব দি বুঢ়াৰ পিচ ললো। কেইখোজমান যোৱাৰ পিচতে দেখোঁ সেই কুত্তা। হপ্তাভৰ কোশিস্ কৰিও তাৰ নামটো ইয়াদ কৰিব পৰা নাই। কিন্তু দেখিলে মানুহৰ চেহেৰা মক্‌বুল্ আলীয়ে নেপাহৰে। মইতো বুঢ়াক এৰি তাৰ ওপৰতে নজৰ ৰাখিব আৰম্ভ কৰিলো। আজি ক'ত সাৰিবি? পিচে নচিবত নাই। ঠিক্ সেই সময়তে আমাৰ পিছে পিছে গাড়ীএখন আহিল। মই অকমান গছ এডালৰ আঁৰ হ'লো। আমাৰ কামেই তেনেকুৱা। যিমান পৰা যায় কম সাক্ষী ৰাখিব লাগে। গাড়ীখন যোৱাৰ পিচতে ওলাই চাওঁ বুঢ়াও নাই আৰু মানুহ জনৰো পতা নাই। ইপিনে সিপিনে চালো, সেইখিনিতে আৰু এটা সৰু বাট আহি ওলাইছে। ভালেখিনি আগুৱাই গৈ চালো, সেইটো বাটতো নাই। শেষত সিহঁতে আগুৱাই যোৱা বাটটোৰে আধা মাইলমান আগুৱাই যোৱাৰ পিছত দেখো চালাই বুঢ়াটোক খুন কৰি পলাইছে। মই দেখোতে বুঢ়া তেতিয়াও ভালকৈ মৰাই নাই, হাতৰ মুঠিটো মেলা-জপোৱা কৰি আছে। ধেৎ-তেৰি বুলি গুচি আহিলো। চিকাৰ আকৌ ফস্কি গ'ল। পিচে মোৰ মানুহে তাৰ তালাচত চাৰা



হপ্তা ধৰি শিলংখন তল-ওপৰ কৰিব ধৰিছে। এইবাৰ সি ক'তো সাৰি নাযায়।"

জেকবে কথাখিনি শেষ কৰি অকমান ৰ'ল। তেতিয়াহে বোধ হয় মনত খেলালে যে এজন অপৰিচিত ব্যক্তিৰ আগত ইমানবোৰ কথা কোৱাটো ভাল হোৱা নাই। সেইবাবেই অত্যন্ত ৰূঢ়ভাৱে কলে,—"ঠিক আছে, আপুনি চেক্ এখনকে দি যাওক। কালি আহিব নালাগে।"

গোস্বামীয়ে চেক্‌বহী উলিওৱাৰ ভঙ্গীত হাতখন জেপত ভৰাই অকমাণ ৰ'ল কি ফাঁকি দিব ভাবি। কিন্তু সেই ৰোৱাই কাল হ'ল।"

"চাওঁ চেক্‌বই।" জেকবৰ মাতটো যেন তীখাৰ। গোস্বামীয়ে ঘপ্ কৰি নিজে বহি থকা চকীখন বগৰাই দিলে। জেকবৰ গধুৰ জোতাৰে সৈতে সোঁ ভৰিখন গোস্বামীৰ মুখৰ তিনি আঙুলিমান আঁতৰেৰে সজোৰে ঘূৰি গ'ল। গোস্বামীয়ে পৰিয়েই উঠিবৰ চেষ্টা কৰিলে। কিন্তু বাওঁ ভৰিখন যেন কোনোবাই বান্ধি থৈছে। প্ৰাণপণে টান এটা মাৰিলে। কাপোৰ ফলাৰ শব্দ শুনা গ'ল। কিন্তু টেবুলৰ তলত লগোৱা আধা ভগা কাঠডোখৰে পেন্টটো এৰি নিদিলে। মজিয়াৰ পৰাই দেখিলে জেকবৰ হাতত প্ৰায় আঠ ইঞ্চিমান ফলাৰে এখন খোলা চুৰি। খঙতে তাৰ মুখ কলা পৰি গৈছে। দাঁতে দাঁত চেপি সি আগবাঢ়ি আহিছে, "চালা পুলিচ কি আদ্‌মী! মকবুলকে সাথ মজা উৰা ৰহা হাঁয়।"

গোস্বামীয়ে কান্ধেৰে সযোৰে খুন্দা এটা মাৰিলে টেবুল-খনত। টেবুলখন উফৰি পৰিল গোস্বামীৰ পেন্টৰ ফলা অংশটো লগত লৈ। ভৰিখন মুকলি হোৱাত গোস্বামী একেজাপে ঠিয় হ'ল জেকবক বাধা দিবৰ বাবে। কিন্তু 'চপাত্' কৈ শব্দ এটিৰে মটিয়া ৰঙৰ চিক্‌চিকীয়া সাপ এডালে যেন জেকবৰ মুখখন মেৰাই ধৰিলে। তাৰ হাতৰ চুৰিখন মজিয়াত সৰি পৰিল।

সাপডালে দ্বিতীয়বাৰ জপিয়াই উঠাতহে গোস্বামীৰ মনত খেলালে যে সেইডাল হাজৰিকাৰ হাতত থকা আঢ়ৈ ইঞ্চি বহল পুলিচী বেল্ট। হাজৰিকাৰ হাতত আৰু দুটামান কোব খোৱাৰ পিচত জেকৰ লাহে লাহে বহি পৰিল। তাৰ গালত চেপা মাৰি ধৰা হাতৰ আঙুলিৰ ফাঁকেৰে দুটোপাল মান তেজ বৈ পৰিল মাটিত।

গোলমাল শুনিয়েই বোধহয় চাহৰ দোকানৰ পৰা এজন দুজনকৈ মানুহ আহি জুম বান্ধিব ধৰিলে। হাজৰিকাই ঠিয় হৈ থকা গোস্বামীৰ হাতত ধৰি কলে, "ইয়াত থাকি আৰু কোনো লাভ নাই। বলক যাওঁগৈ।"

## ॥ দহ ॥

"লওক।" হাজৰিকাই চিগাৰেট এটা জ্বলাই গোস্বামীৰ হাতত গুজি দিলে। নিজেও চিগাৰেট এটা উলিয়াই জ্বলাই ললে। নীৰৱে চিগাৰেটত দুটামান টান মাৰি গোস্বামীৰ তেতিয়াও অকণ অকণ কঁপি থকা আঙুলি কেইটালৈ লক্ষ্য নকৰিবৰ চেষ্টা কৰি হাজৰিকাই কলে, "আপোনাক নকৈছিলো কামটো বিপদজনক বুলি? মোৰ আৰু অকমান দেৰি হোৱা-হেঁতেন, সি আপোনাৰ জীৱনটো নেমাৰিলেও চিৰকাললৈ ঘৃণীয়া কৰি দিলে হয়।"

"আপুনিনো কেনি গৈছিল? দহমিনিট পিচতে আহিম বুলি কৈ যি নোহোৱা হ'ল হলেই।" ভয় খোৱাৰ বাবে নিজৰ ওপৰত উঠা খঙখিনি গোস্বামীয়ে হাজৰিকাৰ ওপৰতে জাৰিলে।

"মই? মই ঠিক দহমিনিট যোৱাৰ পিচতে আহি জেকৰৰ আধা খোলা দুৱাৰৰ সন্মুখ পাইছো। তাৰ পিচত প্ৰায় এঘণ্টা জাৰত কঁপি কঁপি এন্ধাৰত ঠিয় হৈ আপোনাৰ সাধু শুনি আছিলো। বলক এতিয়া, চাহৰ দোকানৰ সন্মুখত ঠিয় দি থাকি কি হব? থানালৈ খোজ লওঁ। বাটতে টেক্সি পালে যাবগৈ। নহলে পুলিচৰ গাড়ীতেই ঘৰত থৈ অহাৰ কিবা ব্যৱস্থা কৰিব লাগিব।" দুমিনিটমান জনমানবহীন বাটেৰে চিগাৰেট হুপি হুপি নিৰৱে খোজ কঢ়াৰ পিচত গোস্বামীয়ে আধা পোৰা চিগাৰেটটো হাতৰ পৰা দলিয়াই দি বিৰক্তিৰ সুৰেৰে কৈ উঠিল, "ধেৎ! ইমান চেষ্টা কৰিও আচল কথাটো উলিয়াব নোৱাৰিলো।"

"কোনটো আচল কথা?" হাজৰিকাৰ মাতটো সম্পূৰ্ণ নিস্পৃহ।

"হৰিচৰণ ভট্টাচাৰ্য্যক কোনে খুন কৰিলে?"

"আপুনি কি বুলি ভাবিছিল? সি আপোনাৰ ওচৰত কান্দি কান্দি কব, হৰিচৰণ ভট্টাচাৰ্য্যক ময়েই খুন কৰিলো, এইবাৰৰ বাবে মাফ কৰি দিয়ক।"

"অন্ততঃ দুটা কথা গম পোৱা গ'ল, প্ৰথমতঃ হৰিচৰণ ভট্টাচাৰ্য্যৰ খুনত তাৰ কোনো হাত নাই। দ্বিতীয়তে, সেই মানুহজন—যিজনক জেকৰে হৰিচৰণ ভট্টাচাৰ্য্যৰ লগত যোৱা শনিবাৰে সন্ধিয়া দেখিছিল তাক সুধিলে বহু কথাই জানিব পৰা যাব—হৰিচৰণ ভট্টাচাৰ্য্যৰ মৃত্যু সম্পৰ্কে।"

"এতিয়া মোৰ বহু বছৰৰ পুলিচী অভিজ্ঞতাৰ পৰা কওঁ, প্ৰথমতঃ জেকৰে আগৰ পৰা গুৰিলৈকে গোটেই ঘটনাটো সাজি কব পাৰে। তাৰ পক্ষে মিছা কোৱাটো স্বাভাৱিক। দ্বিতীয়তে, গোটেই সপ্তাহটো চেষ্টা কৰিও যেতিয়া জেকৰে মানুহজনৰ নামটো মনত পেলাব নোৱাৰিলে, মোৰ কোব খোৱাৰ পিছত এই জনমত সি নামটো মনত পেলাব নোৱাৰে। অন্ততঃ আপোনাৰ মোৰ আগত নকয়।" হাজৰিকাই কথাখিনি কৈ

গোস্বামীৰ পিনে এনেভাবে চালে যে গোস্বামীয়ে বুজিলে তেওঁ কোৱা কথাখিনি হাজৰিকাই ইয়াৰ আগতে নিজৰ মনত অন্ততঃ দহবাৰ চালি-জাৰি চাইছে।

"মই কিন্তু কৈ দিব পাৰো আপোনাক মানুহজনৰ নাম।"

"কিয়? মানুহজন আপোনাৰ বন্ধু নেকি? আপুনি যি গহীনত কৈছে ভট্টাচাৰ্য্যৰ খুনীৰ নামটো জানো বুলি। মোৰ সন্দেহ হব ধৰিছে বোধহয় আপুনিয়েই তেখেতক খুন কৰিছে।" হাজৰিকাই ঠাট্টা কৰি ক'লে।

"যোৱা শনিবাৰে সন্ধিয়া ভট্টাচাৰ্য্যৰ লগত থকা মানুহজনে মোৰ মতে যোগেশ চৰকাৰৰ বাদে আন কোনো নহয়।"

ৰবীন হাজৰিকা হঠাতে থিয় হ'ল, তাৰ পিচত ঘূৰি গোস্বামীৰ মুখা-মুখি থিয় হৈ প্ৰশ্ন কৰিলে, "আপুনি কিয় ভাবে সেই মানুহজন যোগেশ চৰকাৰ বুলি?" হাজৰিকাৰ মাতটো আচামীক প্ৰশ্ন কৰাৰ দৰে তীব্ৰ।

"প্ৰথমতঃ যোগেশ চৰকাৰৰ কানিৰ বেপাৰৰ লগত সম্পৰ্ক থকা বুলি মাৰ্ঘেৰিটা পুলিচে সন্দেহ কৰে। আকৌ আপুনি কৈছে সিন্হানিয়া ট্ৰেডাৰ্চৰ দীঘলীয়া হাতৰ আঙুলি এটি কানিৰ কাৰবাৰতো সোমাই আছে। অৰ্থাৎ যোগেশ চৰকাৰ আৰু সিন্হানিয়া ট্ৰেডাৰ্চৰ মাজত কিবা যোগাযোগ থকাটো সম্পূৰ্ণ সম্ভৱপৰ। তাৰ পিছত যোগেশ চৰকাৰ আজি তিনিবছৰ আগতে হঠাতে নোহোৱা হ'ল। ইপিনে সিন্হানিয়া ট্ৰেডাৰ্চৰ ভাড়া কৰা গুণ্ডাই যোৱা তিনিবছৰে বিচাৰি ফুৰা মানুহজনক সন্ধিয়া হৰিচৰণ ভট্টাচাৰ্য্যৰ লগত দেখা পালে। আটাইবোৰ কথা খাপ খাই পৰিছে। আপুনি উত্তৰত কব পাৰে যে গোটেইখিনি কথা সাধাৰণ সম্ভাৱনাৰ ফলত মিলি গৈছে। কিন্তু এইটো নেপাহৰিব যে যোৱা কেদিনত যোগেশ চৰকাৰে কিবা কামৰ কাৰণে হৰিচৰণ ভট্টাচাৰ্য্যক কেবাবাৰো লগ ধৰিছে। এতেকে অফিচত কব নোৱাৰা কিবা কথা কোৱাৰ বাবে



যদি সি হৰিচৰণ ভট্টাচাৰ্য্যক অফিচ ছুটি হোৱাৰ পিচত লগ পাবলৈ খাপ দি থাকে তাত আচৰিত হবলগীয়া একো নাই।"

কনক গোস্বামীৰ কথাখিনি শেষ হোৱাৰ পিছত হাজৰিকাই আকৌ থানাৰ পিনে খোজ দিলে, নীৰবে কিবা ভাবি ভাবি। হঠাতে কৈ উঠিল—যূৰ নোতোলাকৈ কৈ উঠিল, "বাৰু মানি ললো আপোনাৰ কথা ঠিক। কিন্তু যোগেশ চৰকাৰক এতিয়া পোৱা যায় ক'ত? জেকবৰ অনুচৰবোৰে যেতিয়া তাক গোটেই সপ্তাহটো বিচাৰিও পোৱা নাই, পুলিচে তাক কেতিয়াও বিচাৰি উলিয়াব নোৱাৰে।" হাজৰিকাৰ এই নিৰাশাজনক কথাত গোস্বামীৰ হাঁহি উঠি গ'ল। "আপোনাৰে যেতিয়া পুলিচৰ প্ৰতি এই ধাৰণা, বাইজৰ আৰু কি বিশ্বাস থাকিব?"

"কোনজন চোৰ ক'ত থাকে, কোনজন পকেটমাৰক কেইবজাত কোনখিনি ঠাইত পোৱা যাব তাৰ খবৰ পুলিচতকৈ ভালকৈয়ে জানে—জেকব বা সেই ধৰণৰ মানুহবোৰে। মোৰ বিশ্বাস যোগেশ চৰকাৰক হয়তো অৱশেষত পোৱা যাব, কিন্তু জীৱিত অৱস্থাত পোৱা যাব নে তাৰ লাচটো পাম সেইটোহে কব নোৱাৰো।"

"তাৰ মানে—পুলিচতকৈ সিন্হানিয়া ট্ৰেডাৰ্চৰ মানুহে তাক আগতে বিচাৰি উলিওৱাৰ সম্ভাৱনা বেছি। কিন্তু ......।"

কনক গোস্বামীয়ে কথাখিনি শেষ কৰিব নাপালে। হাজৰিকাৰ মনযোগ আকৰ্ষণ কৰিলে মানুহ দুজনৰ কাজিয়াই। গালা-গালিৰ পৰা হতাহতি হবলৈ নৌপাওঁতে কাজিয়াখন ভাঙি দিবৰ বাবে হাজৰিকা আগুৱাই গ'ল। কিন্তু ইতিমধ্যে দুজনী তিৰোতা আহি বিবাদৰত মানুহ দুজনক গালি পাৰি দুই পিনে টানি লৈ গ'ল। হাজৰিকাই স্বস্তিৰ নিশ্বাস পেলাই ঘূৰি আহি সুধিলে, "অ, আপুনি কি কৈছিল?"

"এ, কি জানো কৈছিলো? বাদ দিয়ক সেইবোৰ কথা। এই তিৰোতা দুজনীক দেখিলে নে নাই? বেচাৰিহঁতৰ স্বাধীনতাৰ

লগতে কিমান দায়িত্বও আহি পৰে। আমাৰ বোৰৰে ভাল, স্বাধীনতাও নাই, দায়িত্বও নাই আৰু ৰাতি দোভাগত মতা-মানুহৰ কাজিয়া ভাঙি দিবও আহিব নালাগে।”

“কিন্তু দায়িত্ব যিমানে কম, চিঞৰ-বাখৰ সিমানে বেছি; এইটো মন্ত্ৰীৰ পৰা আৰম্ভ কৰি ঘৰৰ তিৰোতালৈকে সকলোৰে কথাতে খাটে। দায়িত্ব নোলোৱাকৈ যেতিয়া স্বাধীন হব বিচাৰে তেতিয়াহে মুস্কিল। আমাৰ কথাই ধৰক……।”

হাজৰিকা আৰু গোস্বামীৰ কথা লাহে লাহে ব্যক্তিগত স্বাধীনতাৰ পৰা বৰ্ত্তমান মন্ত্ৰীসভা পালেগৈ, তাৰে পৰা ইটো সিটো কৰি যেতিয়া তেওঁলোকে থানা ওলালগৈ, গোস্বামীয়ে হাজৰিকাক বুজোৱাত ব্যস্ত আছিল কোন প্ৰদেশৰ ৰাজ্যপালে কি চিগাৰেট খায়।

নিজৰ কোঠালীটোত সোমাই হাজৰিকাই ওভাৰকোটটো আলনাখনত ওলোমাই থৈ টুপীটো মেজলৈ দলি মাৰি দিলে। তাৰ পিছত নিজৰ চকী খনত বহি গোস্বামীক ক'লে, “আপুনিও বহক। শেষ চিগাৰেট দুটা আছে, খাই লোৱা যাওক। তাৰ পিছত আপোনাৰ গাড়ীৰ খবৰ কৰিম।”

গোস্বামীয়ে চকীখন চিমনীৰ জ্বলি থকা জুইকুৰাৰ ওচৰলৈ টানি নি হাত দুখন সেকাত ব্যস্ত হ'ল। আঙুলিবোৰ ঠেৰেঙা লাগি গৈছিল জাৰতে। হাজৰিকাই লাইটাৰটোৰ সহায়ত চিগাৰেট এটা জ্বলাই ললে, আনটো চিগাৰেট গোস্বামীলৈ দলিয়াই দিলে, বোধ হয় উঠাৰ হেলাতে। গোস্বামীয়ে চিগাৰেটটো শূন্যতে থাপ মাৰি ধৰিলে। তাৰ পিছত চেপেনাৰে ৰঙা হৈ জ্বলি থকা কয়লা এটুকুৰা তুলি চিগাৰেটটো জ্বলাই ললে।

চিগাৰেটত দুটা মান হোপা মাৰি হাজৰিকাই টেবুলৰ টিলিঙাটো বজাই দিলে। টিলিঙাৰ শব্দত সোমাই আহিল বুধৰাম। কিন্তু হাজৰিকাই কিয় মাতিছে তাকে শুনালৈ অপেক্ষা নকৰি



সিয়েই কলে, “চাৰ, হাৱালদাৰ মঙ্গল সিঙে আপোনাক বিচাৰি তিনিবাৰ মান আহিছিল। মোক সুধি আছে আপুনি কলৈ গৈছে, কেতিয়া আহিব।”

গোস্বামীয়ে ভবাতকৈ বোধ হয় বহু বেছি ভাগৰ লগাই দিছিল হাজৰিকাৰ সন্ধিয়াৰ কাম খিনিয়ে। তেখেতে চকীত হেলান দিয়া মুৰটো নোতোলাকৈয়ে বিৰক্তি ভৰা সুৰেৰে ক'লে, “ডিউটিত কোন আছে? চৰকাৰ চাহাব নহয় জানো। তেনেহলে মোক আকৌ কিয় লগা হ'ল?”

“ময়ো কৈছিলো চাৰ, একে কথাই। পিছে হাৱালদাৰ চাহাবে ক'লে, চুপ ৰহো, আৰু আপুনি আহিলেই যেন মই তেখেতক মাতি দিওঁ। এতিয়া কি কৰিম চাৰ?”

হাজৰিকাৰ অনিচ্ছা সত্বেও মুখত হাঁহি ওলাল। মুৰটো দুপিয়াই ক'লে, “ঠিক আছে, মাতি দেগৈ যা—আৰু শুন……।”

বুধৰাম ওলাই যোৱাত হাজৰিকাই গোস্বামীক লক্ষ্য কৰি ক'লে—“আমাৰ পুলিচৰ আৰু মিলিটেৰিৰ একেটাই মুস্কিল, চিপাহীৰ মনত হাৱালদাৰ আৰু চাৰ্জেণ্টৰ ক্ষমতা জেনেৰেল বা ইন্সপেক্টৰ জেনাৰেলতকৈ দহ গুণ বেছি; এই বুধৰামৰ বাবেই মঙ্গল সিঙৰ হুকুম, মোৰ হুকুমৰ ওপৰত।”

মঙ্গল সিঙ বোধ হয় হাজৰিকাৰ অপেক্ষাত ওচৰতে ক'ৰবাত আছিল। কাৰণ, বুধৰাম ওলাই যোৱাৰ প্ৰায় লগে লগেই মঙ্গল সিঙ সোমাই আহি ধুনীয়া চালাম এটা দিলে। তেনেকুৱা চালাম হাৱালদাৰৰ তলৰ বা ওপৰৰ খাপৰ পুলিচ বিভাগৰ কোনো কৰ্মচাৰীয়ে দিব নোৱাৰে।

“কি হে মঙ্গল সিঙ, কি এনে জৰুৰী কামটো ওলাল যে, মোক বিচাৰি তিনিবাৰ আহিব লগা হ'ল?” হাজৰিকাই ঠাট্টাৰ সুৰত সুধিলে; বোধ হয় নিজৰ মাতৰ পৰা ভাগৰ খিনি লুকুৱাৰ বাবে। কিন্তু মঙ্গল সিঙৰ ওপৰত পৰিহাস খিনি অথলে গ'ল। সি তাৰ

ধুনীয়া বগা গোফ যোৰ হাতেৰে অকমান মোহাৰি ক'লে, "যোগেশ চৰকাৰকো মিলা চাব।"

"কি, যোগেশ চৰকাৰকো মিলা?" হাজৰিকাৰ মাতৰ পৰা ভাগৰৰ লেশমাত্ৰ নাইকিয়া হ'ল।

"জী চাব।" মঙ্গল সিঙে আগৰ দৰে গম্ভীৰ ভাবেই ক'লে।

"কেনেকৈ বিচাৰি পালি তাক? এতিয়া ক'ত আছে?"

"খুদ থানামে আয়া। অভি কনিষ্টবল লোগকি সাথ বয়ঠা হ্যায়।"

"এতিয়াই তাক মোৰ তালৈ পঠিয়াই দিবি। আৰু আমাৰ গাড়ী লাইমুখৰাৰ পিনে যায় নেকি খবৰ লবিচোন, এই চাহাবক ঘৰত থৈ আহিব লাগে।"

যোগেশ চৰকাৰক দেখি গোস্বামীৰ এটি প্ৰায় কুৰি বছৰৰ পূৰণি ঘটনা মনত পৰিল।

গোস্বামী তেতিয়া তৃতীয় নে চতুৰ্থ মানত পঢ়ে। ৰাতিপুৱা টোপনিৰ পৰা উঠি দেখে, দেউতাকে চহৰৰ পৰা অনা এন্দুৰ ধৰা ফান্দ খনত ৰাতি এটা এন্দুৰ পৰিছে। ককায়েকৰ আদেশ মতে গোস্বামী আৰু লগৰীয়া কেজন মানে হাতত একোডাল মাৰি লৈ এন্দুৰ নিধনৰ বাবে সাজু হ'ল, আৰু ককায়েকে ফান্দখন মাজ চোতাললৈ নি খুলি দিলে।

এন্দুৰটোৱে পলাবৰ সুৰুঙা বিচাৰি দেখে চাৰিওপিনে অগণন ৰক্তলোলুপ শত্ৰু। বোধহয় পলাবৰ কোনো উপায় নেদেখিয়েই এন্দুৰটোৱে গোস্বামীৰ ভৰিলৈ জপিয়াই উঠিল। গোস্বামীয়ে চিঞৰ মাৰি হাতৰ মাৰি ডাল পেলাই দিলে। এন্দুৰটোৱে অৱশ্যে সাৰিব নোৱাৰিলে। বহু চিঞৰ-বাখৰ কৰি তাক মিলিত প্ৰচেষ্টাৰে বধ কৰা হ'ল। অকল কাপুৰুষ বুলি কনক গোস্বামীৰ আৰু দহ বছৰৰ বাবে বদনাম বৈ গ'ল।

কিন্তু যোগেশ চৰকাৰৰ বোধহয় সেই এন্দুৰটোৰ দৰে শেষ



জাপটো মৰাৰ সাহসো বাকী নাই। তাৰ অকল গাতলৈ সোমাই যোৱা চকু দুটাই যেন অদৃশ্য শত্ৰুৰ পৰা পলাবৰ সুৰুঙা বিচাৰি আছে। গাত এটা উৰলি যোৱা কলা দীঘল কোট। কোনোবা চাপ্ৰাচীৰ পৰা কিনি ৰং কৰি লৈছে। এটা সুতাৰ কাপোৰৰ পেণ্ট, ভৰিত এযোৰ পুৰণি কাবুলী জোতা, চেহেৰাত অন্তহীন ভাগৰ আৰু নিৰাশা। দেখিলে বুজা যায় মানুহজনে শক্তিৰ শেষ সীমাত উপনীত হৈছে। মঙ্গল সিঙে কান্ধত খামোচ মাৰি ধৰি নথকা হলে বোধহয় লুটি খাই পৰিল হয়।

হাজৰিকাই মঙ্গল সিঙক লক্ষ্য কৰি কলে—"চুকৰ পৰা টুলখন আনি বহুৱাই দে ইয়াক। আৰু কিবা লাগিলে মই মাতিম বাৰু।"

মঙ্গল সিঙে যোগেশ চৰকাৰক টুলখনত বহুৱাই দি ওলাই গ'ল নিস্পৃহ ভাৱে। ওলাই যোৱাৰ ভঙ্গীটোৱে যেন কলে—চাহাবে এই খাটিৰ কৰি টুলত বহুৱাইয়ে আচামীবোৰক নষ্ট কৰিছে।

হাজৰিকাই ৰঙচুৱা কাগজৰ বহী এখন টানি ললে কাষলৈ—কাপটো চিয়াঁহীত জুবুৰিয়াই লৈ সুধিলে, "নাম যোগেশ চৰকাৰ নহয় জানো?"

মানুহজনে মুখৰ ভিতৰতে অস্পষ্টভাৱে কিবা এটা কলে।

"মই সুধিছো, নাম কি?" ৰবীন হাজৰিকাই এইবাৰ জোৰকৈ কলে—

"যোগেশ চৰকাৰ, চাৰ।"

"অ, এইৰকম উত্তৰ দিব লাগে। থানালৈ কিয় আহিছিল?" কনক গোস্বামীৰ ভাৱ হ'ল মানুহজনে বোধহয় অজ্ঞান হৈ টুলৰ পৰা পৰি গ'ল—তাৰ পিচতহে বুজিলে যে যোগেশ চৰকাৰে টেবুলৰ তলেৰে গৈ ৰবীন হাজৰিকাৰ ভৰিত ধৰাৰ চেষ্টা কৰিছে। কিন্তু এনে কিবা হব বুলিয়েই বোধহয় মঙ্গল সিং বাহিৰত সাজু হৈ আছিল। একেজাপে কোঠাত সোমাই যোগেশ চৰকাৰক টেবুলৰ তলৰ পৰা

আনি টুলখনত থেকেচা মাৰি বহুৱাই দি নিজৰ কৰ্ত্তব্যখিনি কৰি আকৌ বাহিৰলৈ ওলাই গ'ল।

"আপনি আমাকে বাচান চাৰ। আমি কিছু জানি না।" চকুপানীখিনিয়ে যোগেশ চৰকাৰৰ মুখখন আৰু বীভৎস কৰি তুলিলে। যেন হেজাৰ বছৰ আগতে শুকাই যোৱা মমী এটিৰ চকুৰ পৰা হঠাতে পানী ওলাব ধৰিছে।

"ৰবাচোন, অধৈৰ্য্য নহবা। দোষ কৰা নাই যদি বচোৱাৰ কোনো দৰ্কাৰেই নাই। আৰু যদি কিবা দোষ কৰিছা কোনেও বচাব নোৱাৰে।" হাজৰিকাই মানুহজনক শান্ত কৰিবৰ উদ্দেশ্যে কলে—"অসমীয়া জানা?"

"জানি চাৰ"—চৰকাৰে জেপৰ পৰা চিট্‌কাপোৰৰ মলিয়ন ৰুমাল এখন উলিয়াই স-শব্দে নাকটো চাফা কৰি ললে। চকুপানীখিনি গালতে শুকাই গ'ল।

"তেনেহ'লে অসমীয়াতে কোৱা, মোৰ বুজাত সুবিধা হব।"

"মোক চাৰ, মিছাই ধৰিছে। মই একো নাজানো। মই জীৱনৰ ভয়ত পলাইছো। মোক চাৰ চক্ৰান্ত কৰি হাতেৰে নামাৰি এইবাৰ ফাঁচী দিয়াৰ বুদ্ধি কৰিছে। মই বুঢ়া মানুহৰ গাত হাত নোতোলো। তেখেতে মোক ইয়াৰ পৰা বচাই দিম বুলি কৈছিল। মই কিয় তেখেতক মাৰিব যাম? আপুনিয়েই কওক মই কিয় নিজে নিজৰ অন্যায় কৰিম।" যোগেশ চৰকাৰৰ অসংলগ্ন কথাৰ সোঁত আৰু কিমান সময় চলিল হয় কোনেও নাজানে। কিন্তু হঠাতে হাজৰিকাই টেবুলত সজোৰে চাপৰ এটা মাৰি চিঞৰি উঠিল, "চোপ্! ইয়াতে কথা অকল মই কম। কিবা সুধিলেহে জবাব দিবা। নহলে হাজোতত বন্ধ কৰি থম।"

হঠাতে এনেকুৱা গৰ্জন শুনি ঠৎমৎ খাই যোগেশ চৰকাৰৰ মেলা মুখখন জাপ খাই গ'ল। মঙ্গল সিঙে পৰ্দাৰ ফাকেৰে ভুমুকি এটা মাৰি, সকলো ঠিক থকা যেন পাই আকৌ নোহোৱা হ'ল।



"নাম কি?"

"যোগেশচন্দ্ৰ চৰকাৰ।"

"দেউতাকৰ নাম?"

"পাঁচুগোপাল চৰকাৰ।"

"ঠিকনা?"

"শ্বিলঙৰ ঠিকনা, ৰিলবং, শীতলা সদনৰ পিছপিনে কেইটামান ঘৰ আছে তাতে।"

"আচল ঘৰ ক'ত?"

"পূৰ্ব পাকিস্থানত। গ্ৰাম বড় ইদ্ৰিসপুৰ জিলা ফৰিদপুৰ।"

"ৰিফিউজি?"

"ৰিফিউজি।"

"বয়স কিমান?"

"সায়ত্ৰিশ হৈ গ'ল।"

"থানালৈ কিয় আহিছিলা?"

"আমি কিছু জানিনা সাৰ। আমায় এমনি ধৰেছেন। আমায় ছেৰে দিন, চাৰ।" যোগেশ চৰকাৰৰ চকুৰ পৰা আকৌ নতুন উদ্যমেৰে চকুলো ওলাব ধৰিলে।

"কন্দা কটা কৰি একো লাভ নাই, চৰকাৰ। তোমাক কোনেও ধৰি অনা নাই। তুমি নিজে থানালৈ আহিছা। মই সুধিছো তুমি থানালৈ কিয় আহিছিলা?"

"আমি সব জানি চাৰ। সিন্‌হানিয়া কোম্পানী জজ্, মেজিষ্ট্ৰেট, মন্ত্ৰী পৰ্য্যন্ত কিনে ফেলতে পাৰে। আমি মৰব কিন্তু সবাইকে ফাসিয়ে দিয়ে যাব।" চৰকাৰৰ অন্তহীন নিৰাশা হঠাতে ক্ৰোধলৈ ৰূপান্তৰিত হ'ল।

"তোমাক মই নকৈছো, অসমীয়া জানা যদি অসমীয়াতে কোৱা, মোৰ বুজাত সুবিধা হয়। তোমাক মই শেষ বাৰৰ বাবে সুধিছো থানালৈ কি কামত আহিছিলা?"

"মই সিন্হানিয়া কোম্পানীত চাকৰি কৰি আহিছো, এইবোৰ পুলিচৰ চালাকি মোৰ জনা আছে। পুলিচে মোক হৰিচৰণ ভট্টাচাৰ্য্যৰ খুনৰ চেলু লৈ ফাচি দিব বিচাৰিছে। মোৰ ঘৰৰ সন্মুখত, পিছত পুলিচৰ মানুহ। মোৰ দৰে সাধাৰণ মানুহ এজনৰ ওপৰত কিয় হঠাতে পুলিচৰ চকু পৰিল? আপোনাক কৈ থওঁ হৰিচৰণ ভট্টাচাৰ্য্যক মই খুন কৰা নাই, কৰিছে সিন্হানিয়া ট্ৰেডাৰ্চৰ পোহা কুকুৰ জেকবে। মোক ফচাবৰ বাবে। আপোনাক কৈ কি লাভ? সিন্হানিয়া কোম্পানীয়ে পুলিচক কিনি থৈছে। কোন অফিচাৰে কিমান টকা লৈছে, কাৰ ঘৰলৈ কিমান বিলাতী মদ গৈছে মোক সোধক, এই যোগেশ চৰকাৰক সোধক। কিন্তু সি নেজানে যে মোৰ গাত হাত দিলে কেৱলৰাম সিন্হানিয়া নিজে মৰিব। চালাই পাহৰিছে নেকি গগৈ মাষ্টৰক খুন কৰিব দিয়া চিঠিখন মোৰ তাত আছে। কি চাইছে মোৰ পিনে? ভাবিছে চিঠিখন মই আপোনাৰ হাতত দিম—যোগেশ চৰকাৰ সিমান কেঁচা কাম নকৰে। আপোনাৰ হাতত চিঠি পৰিলেই আপুনি কাগজখন জুই-কুৰাত পেলাই দিব। বোধহয় আপুনি তাতোকৈ বুদ্ধিমান। চিঠিখন পোৱাৰ আগতে কেৱলৰামৰ পৰা টকা কেইহেজাৰ মান আদায় কৰি লব। কি ভাবিছে? ভাবিছে এপিটন দিলেই চিঠিখন ওলাই যাব। যোগেশ চৰকাৰৰ আৰু ভয় নাই। তিনি বছৰ ধৰি জীৱনৰ মায়াত নিগণিৰ দৰে গাঁতে গাঁতে লুকাই ফুৰিছো। ৰাতি দুৱাৰখন বতাহত অকমান লৰিলেই ভয়তে চেঁচা ঘাম ওলায়, এই বোধহয় কেৱলৰামৰ কোনোবা কুকুৰ আহিল মোক শেষ কৰিব। কিন্তু—আৰু নাই, মৰিলেও মৰিম, আন বহুতকো লগত লৈ যাম। কেৱলৰামৰ চিঠি খবৰ কাগজত চপাই দিম। মানুহে জানক, সিন্হানিয়া কোম্পানী কি বস্তু! আমাৰ পুলিচ কি বস্তু! কি হ'ল, ভাল লগা নাই মোৰ কথাবোৰ?"



খ্যাঃ থুঃ—যোগেশ চৰকাৰে সশব্দে থুৱালে মজিয়াতে। "ইমানখিনি খাতিৰ মোৰ আপুনি ভাল পোৱা বেয়া পোৱালৈ।" উত্তেজনাত চৰকাৰৰ উশাহ বন্ধ হৈ আহিল। পুৰণি কোটটোৰে লুকাই থোৱা কংকালসাৰ বুকুখন যেন ফাটি যাব। ৰঙা চকু দুটা যেন চিটিকি ওলাই যাব মুখ-মণ্ডলৰ পৰা। কোনেও ভাবিব নোৱাৰে, ইমানখিনি খং লুকাই আছিল এই শুকাই যোৱা দেহটিতে।

ৰবীন হাজৰিকাৰ মুখত কিন্তু গোস্বামীয়ে আশা কৰা খঙৰ সলনি মিচিকিয়া হাঁহি এটি ফুটি উঠিল। "আপুনিয়েই তাৰ মানে যোগেশ চৰকাৰ। বিৰিণাবাৰী মদৰ মহলত আছিল—নহয় জানো? মোক চিনি পাইছে? নাম ৰবীন হাজৰিকা। বিৰিণাবাৰী থানাৰ চেকেণ্ড অফিচাৰ।"

যোগেশ চৰকাৰ যেন হঠাৎ দুস্বপ্নৰ পৰা জাগি উঠিল। "আপনি, হয় আপুনিয়েই। কিমান বছৰ হৈ গ'ল বিৰিণাবাৰি এৰাৰ। দেৱতুল্য মানুহ আপুনি। মানুহবোৰৰ মুখত শুনিছিলো—আপোনাক হেনো পইচাৰে কিনিব নোৱাৰি, আন বস্তুৰেও। মোক চাৰ মাফ কৰি দিব। বহু দুখতহে এইবোৰ কথা ওলাইছে। ছিঃ ছিঃ—আপোনাক মই যি পায় তাকে কৈছো। আপুনি কিন্তু চাৰ মদৰ মহলৰ পিনে কোনো দিনেই যোৱা নাছিল। দত্ত চাহাবৰ লগত মোৰ ভাল পৰিচয় আছিল।"

"মহলটো দত্ত চাহাবে নিজৰ হাততে ৰাখিছিল। লাভ বেছি হেনো।" ৰবীন হাজৰিকাই হাঁহি উত্তৰ দিলে—"আৰু বিশ্বাস কৰক এতিয়াও মোক পইচা দি কিনিব নোৱাৰে। তাৰোপৰি কেৱলৰামৰ চিঠি সম্প্ৰতি আপোনাৰ হাততে থাওক। গগৈ মাষ্টৰৰ হত্যাৰ কেচৰ কথা পিচত আলোচনা কৰিম বাৰু। এতিয়া হৰিচৰণ ভট্টাচাৰ্য্যৰ খুনৰ বিষয়ে কি জানে কওক। আপুনি কিয় ভাবে যে সিন্হানিয়া কোম্পানীৰ মানুহে, যাক আপুনি কুকুৰ বুলি কৈছে, হৰিচৰণ ভট্টাচাৰ্য্যৰ হত্যাৰ লগত

সংশ্লিষ্ট।” পূর্ব-পৰিচয়ৰ খাটিৰতে হাজৰিকাই সম্বোধনটো তুমিৰ পৰা আপুনিলৈ তুলিলে।

“আপোনাক যে কৈছো জেকবে অকল মোক ফচাবৰ বাবেই সেই বুঢ়াটোক খুন কৰিছে। বাৰ্মাৰ পৰা অহা কানিৰ কেচটোৰ পৰাই কেৱলৰাম বাবুৰ হুকুম আছে—মোক পালেই খটম্ কৰি দিবৰ বাবে। তিনি বছৰ ধৰি পলাই ফুৰিছো। শেষত মোক খুনৰ আচামি কৰি তুলিলে। সাপও মৰিল, লাঠিও নেভাঙিল। মই কিন্তু কৈ থৈছো মোৰ লগত কেৱলৰামকো লৈ যাম।”

“আপুনি দেখিছো কেবাটাও ঘটনা একেলগে পকাই লৈছে। আপুনি তাতকৈ ভাৰতলৈ অহাৰ পিচৰ পৰা জীৱনৰ ঘটা মূল ঘটনাবোৰ কৈ যাওক। কিবা ঘটনা বিশেষভাবে জানিব লগা হ'লে মই নিজেই সুধিম বাৰু।”

## ॥ এঘাৰ ॥

“আমাৰ গাওঁখন নামত বড় ইদ্রিসপুৰ যদিও বিশঘৰ মানৰ বেছি মানুহ নাছিল। বেছিভাগেই খেতি-বাতি কৰি খোৱা মানুহ। অকল দেউতাই গাওঁখনৰ একমাত্ৰ গেলা-মালৰ দোকানখন চলাইছিল। মোৰ পোন্ধৰ নে যোল্ল বছৰ বয়সত দেউতা ঢুকোৱাত ময়েই দোকান চলাব ললো। লগত থাকিল মা আৰু সৰু ভাইটো। এইদৰে দিন গৈ আছিল। মায়ে মোৰ বিয়াৰ ঠিক কৰি ছোৱালীও চালে। এনেতে লাগিল হিন্দু-মুছলমানৰ গোলমালখন। সেই গোলমালতে মোৰ সৰু ভাইটো নোহোৱা হ'ল। কোনোবাই তাক জীৱনেই মাৰিলে নে



সি নিজেই ক'ৰবালৈ গুছি গ'ল কোনেও কব নোৱাৰে। ইয়াৰ পিচত ভাৰত ভাগ হ'ল। আত্মীয়-স্বজন বেছিভাগেই ভাৰতলৈ উঠি আহিল। ময়ো ভাবিলো ভাৰতলৈ আহোঁ বুলি, কিন্তু মায়ে নাহে—আশা কিজানি ভাইটো উভটি আহেই! এনেকৈ তিনি-বছৰমান ভাইটোলৈ ৰখি ৰখি এদিনাখন মাও মৰি থাকিল। মোৰ আৰু ভাৰতলৈ অহাত কোনো বাধাই নোহোৱা হ'ল। মোৰ লগতে ভাৰতলৈ আহিল আমাৰ গাওঁৰে কানাই নামৰ এজন ল'ৰা। সৰুৰে পৰা মোৰ বন্ধু। তাৰ ভাগ্যখন মোতকৈও বেয়া। মোৰ অন্ততঃ মামা-খুৰা আৰু আত্মীয়-স্বজন আছিল। কানাইৰ আকৌ তিনিকুলত কোনো নাই। দুয়োজন আহি ভাৰত ওলালো, কিন্তু কালো যে লগে লগে আহিছে! ভাৰত পোৱাৰ দুদিন পিচতেই কানাই ৰেলৰ সন্মুখত পৰিল—শিয়ালদহ ষ্টেচনৰ ওচৰতে! দুৰ্ভাগ্যই মানুহক জন্তু কৰি তোলে। তাৰ টকা দুশ মোৰ তাত জমা থোৱা আছিল। পুলিচৰ গোলমালত পৰাৰ ভয়তে মই লাচটো চিনাক্ত কৰিবও নগ'লো। পুলিচে চিনাক্ত কৰিব নোৱাৰি তাৰ ফটো এখন ষ্টেচনত আৰি থ'লে, লাচটো কি কৰিলে কব নোৱাৰোঁ। মোৰ অৱস্থাও কানাইতকৈ একো ভাল নহ'ল। ছমাহমানৰ ভিতৰত তিনিটা কেম্প বাগৰিলো। গৰু-ম'হৰ দৰে আমাৰ এদলক গাড়ীত তুলি পঠিয়াই দিয়ে এটা কেম্পলৈ। তাত কয় আমাক ভুল ঠিকনালৈ পঠালে। আকৌ এটি বেলেগ কেম্পলৈ পঠিয়াই দিয়ে। অৱশেষত বেজাৰ লাগি এদিনাখন পলালো কেম্পৰ পৰা। ঘূৰি ঘূৰি আহি অসম ওলালো মোৰ দদাইদেউ এজনক বিচাৰি। দদাইদেউক বিচাৰি নাপালো, কিন্তু কাম এটিৰ যোগাৰ হ'ল—সিন্‌হানিয়া কোম্পানীৰ মহৰী। ক্লাচ এইটৰ বিদ্যাৰে তাতকৈ ডাঙৰ চাকৰি আশাও কৰা নাছিলো। সোমালো টিম্বাৰ চেক্‌ছনত।”

"সিন্‌হানিয়া ট্রেডার্চৰ কাঠৰ কাৰবাৰো আছে নেকি?"—হঠাতে প্ৰশ্ন কৰিলে কনক গোস্বামীয়ে।

"সিন্‌হানিয়া ট্রেডার্চৰ কিহৰ কাৰবাৰ নাই? কাঠৰ কাৰবাৰ চলে বেনামিত—'ইষ্টাৰ্ণ ফৰেষ্টাৰ' কোম্পানীৰ নামত। তাৰোপৰি তেওঁলোকৰ শিল-গিট্টিৰ চাপ্লাই কাৰবাৰ আছে, চাহ চাপ্লাইৰ কাৰবাৰ আছে, জঙ্গল কটাৰ ঠিকা লয়—সকলো বেনামিত। তাৰে ভিতৰত কাঠৰ কাৰবাৰত চুৰি-চামাৰি কম। সেইবাবে নতুন মানুহ ললে প্ৰথমতে কাঠৰ কামত লগায়, তাৰ পিচত লাহে লাহে চালি জাৰি বিশ্বাসী যেন পালে বেচি গোপন কাৰবাৰলৈ বদলি কৰে।

কাঠৰ মহৰী হৈ তিনিমাহ মান থকাৰ পিচত আহিলো শিল চাপ্লাই চেকছনত, তাৰে পৰা একেবাৰে খাচ বিজনেচত, মানে মদৰ মহলত। কামটো মহৰী আৰু মেনেজাৰৰ মাজামাজি, কিমান বটল আহিছে, কিমান বটল বিক্ৰী হ'ল, অহা সপ্তাহত কিমান বটল অনাব লাগিব ইত্যাদি হিচাব আৰু ব্যৱস্থা কৰাটো। কিন্তু টকা-পইছা, এক্সাইজ, পুলিচ, এইবোৰৰ লগত লেন-দেন কৰিছিল খোদ মেনেজাৰে।

এনে সময়তে বোধহয় মদ নিবাৰণী আইনৰ প্ৰচাৰৰ উদ্দেশ্যে চৰকাৰে কেবাটাও নতুন মহল খুলিলে—গোটেই উজনি অসমতে, তাৰে কেবাটাও মহল পৰিল সিন্‌হানিয়া ট্রেডার্চৰ হাতত, নিজৰ নামত আৰু বেনামিত।

এদিন হঠাতে মই যিটো মহলত কাম কৰি আছো আহি ওলাল বাবু। ডাঙৰ ভায়েক চিউৰাম হ'ল বড়বাবু, ভাৱালৰাম হ'ল ছোটবাবু আৰু কেৱলৰাম আছিল আমাৰ বাবে বাবু, সিন্‌হানিয়া ট্রেডার্চৰ মালিক। বাবুয়ে গাড়ীৰ পৰা নেনামিলেই, মেনেজাৰে গৈ চালাম দিলে, কিন্তু তেখেতে গৈ মোকহে মাতি পঠালে। বিৰাট গাড়ীখনৰ পিচৰ চিটটো অকলে দখল কৰি বহি আছিল কেৱলৰাম



বাবু। আপুনি আমাৰ বাবুক দেখিছে নে নাই কব নোৱাৰো—চুটি-চাপৰ অকমান মানুহজন। কথা-বতৰাত অসম্ভৱ ভদ্ৰ। অন্তৰখন মানুহখোৱা বাঘতকৈও জঘন্য। মানুহে কয়—।"

"আপুনি আনবোৰ কথা বাদ দি আচল কথালৈ আহক। কেৱলৰামক মই ভালকৈ চিনো।"—হাজৰিকাই কৈ উঠিল।

হাজৰিকাৰ কথা যেন কাণতে পৰা নাই, চৰকাৰে একে সুৰতে কৈ গ'ল—"তেতিয়া সন্ধিয়া সময়। গাড়ীৰ ভিতৰত বাবুক ভালকৈ দেখা নাযায়। মাজে মাজে বাবুৰ হাতৰ চিগাৰেটটোৱেই তেওঁৰ মুখখন পোহৰ কৰি তুলিছিল। মই গৈ নমস্কাৰ কৰি গাড়ীৰ কাষত থিয় দিলো। বাবুয়ে হঠাতে সুধিলে—'শুন, যোগেশ, তই বোলে চুৰি নকৰ?' কেৱলৰাম বাবুৰ এইখিনিয়েই বাহাদুৰি, সিন্‌হানিয়া ট্রেডার্চৰ প্ৰত্যেকজন কৰ্মচাৰী যিমানেই নগণ্য নহওক কিয় সকলোৰে নাম-ধাম ঘৰৰ খবৰ তেখেতৰ জিভাৰ আগত। মই হাত দুখন কপাল চোৱাই ক'লো—'আপোনালোকে যিখিনি দিয়ে তাৰে কোনো ৰকমে চলি যায়।' 'বাদদে সেই চব ফাল্‌টু কথা। চব্‌ চালাই পালেই চুৰি কৰে। পিছে, মই শুনিছো—তই বোলে মাইকী ৰখা নাই, কাৰ বাবে চুৰি কৰিবি?' কেৱলৰাম বাবুয়ে নিজেই নিজৰ কথাত হাঃ হাঃ কৈ হাঁহিব ধৰিলে। হাঁহিৰ মাজতে কয়—'ঠিক্ কৈছ তই। মাইকীয়ে নাই যেতিয়া কাৰ বাবে চুৰি কৰিবি?' আকৌ হাঁহিব আৰম্ভ কৰে। বাবুক হঁহা দেখি মইও হাঁহিব ধৰিলো। সোঁৱৰাই দিবৰ সাহ নহ'ল যে কথাটো মই কোৱা নাছিলো। তেখেতৰ হাঁহি যেনেকৈ আৰম্ভ হৈছিল তেনেকৈয়ে হঠাতে শেষ হ'ল। বাবুয়ে ক'লে—'মই বৰ খুচি হৈছো যে তই চুৰি কৰিব আৰম্ভ কৰা নাই। তাৰ মানে তোৰ উঁচা নজৰ। ময়ো কওঁ মাৰিলে দাগত মাৰিবি, কি দুই-চাৰি টকা ইফাল-সিফাল কৰ? শুন, কালি তই বিৰিণাবাৰী বাগানলৈ যাবি। তাত আমি এটা নতুন মহল পাইছো। নামত এজন অসমীয়া মেনেজাৰ আছে,

মহলটো তাৰ নামত। পিচে মেনেজাৰ অকল নামতহে, মোৰ পৰা সি কিছু টকা মাহে মাহে পাই থাকিব কিন্তু মহল চলাব আমাৰ মানুহে। তই কালিয়েই আমাৰ শিল নিয়া লবি এখনত উঠি গুচি যা। দৰমহা এতিয়া যি পাইছ তাৰ ডবল পাবি। আৰু মহল ভাল চলিলে লাভৰ এক অনা তোৰ।'

"মোৰ ইচ্ছা অনিচ্ছা জানিবলৈ বাবু বৈ নাথাকিল, ড্ৰাইভাৰক গাড়ী চলাব দিলে। মই আহি কথাটো মহলত কলো। কেজনমানে পিঠিত চপৰিয়ালে, কেজনমানে মোৰ ভাগ্যক হিংসা কৰিলে। মোৰ ভাগ্য! মোৰ ভাগ্য ভাল হোৱা হলে এতিয়াও কাঠৰ মহলত মহৰী হৈ থাকিলো হয়।

পিচদিনাখন মোৰ কাপোৰ-কানিখিনি লগত লৈ বিৰিণাবাৰী বাগান ওলালো। মহলটো বাগানৰ গাতেই লগা। ওচৰতে আৰু দুখন বাগান, তাৰ বাদে চাৰিওফালে অসমীয়া গাওঁ। প্ৰথম দিনাই গৈ গম পালো মহলত গোলমাল চলি আছে। গোলমালৰ মূলত আছিল গগৈ মাষ্টৰ। ওচৰৰে গাওঁতে ঘৰ। ভাৰত স্বাধীন হোৱাৰ আগতে বোলে কংগ্ৰেছ কৰিছিল। পিচে ভাৰত স্বাধীন হোৱাত ৰাজনীতি বৰ লেতেৰা বুলি ৰাজনীতি বাদ দিলে, পাঁচ মাইল দূৰৰ চহৰৰ স্কুলত মাষ্টৰি কৰি আছিল। থাকিছিল তেখেতে গাওঁতেই। পুৰণি ঘৰৰ ল'ৰা, তাতেই মাষ্টৰ, গাওঁত তেখেতৰ যথেষ্ট প্ৰতিপত্তি, তাৰোপৰি মাষ্টৰ বুলি কুলিবোৰেও মানিছিল। সিন্‌হানিয়া ট্ৰেডাৰ্চে মহল পোৱাৰ আগৰ পৰাই গগৈ মাষ্টৰে বিৰিণাবাৰীত মহল খোলাৰ বিৰোধিতা কৰি আছিল। তেখেতে কয় 'পাঁচ মাইল দূৰত চহৰত মহল আছেই, পূজাই সবাহে এনেই কুলিবোৰ চহৰলৈ গৈ দৰমহাৰ পইচাখিনি উৰাই আহে। এতিয়া ঘৰৰ ওচৰতে মহল খুলি দিলে মানুহৰ হাতত পইচা এটা পৰিলেও মহললৈ লৰ ধৰিব। তাৰোপৰি গাওঁৰ ল'ৰাবোৰেও এইটো বিদ্যা শিকাত কিমান দেৰী?' গাওঁৰ সৰহভাগ লোকেই



গগৈ মাষ্টৰৰ কথাতে হয়ভৰ দিলে। কুলি লাইনৰ কেজনমানেও নতুন মহল খোলাত আপত্তি কৰিলে। ৰাইজে মেল মিটিং পাতিলে। এম, এল, একেলগ ধৰিলে, শ্বিলঙলৈও লিখা-লিখি কৰিলে। ক'ত সিন্‌হানিয়া কোম্পানী, ক'ত গগৈ মাষ্টৰ। বিৰিণাবাৰীত নতুন মহল দিলে, সিন্‌হানিয়া ট্ৰেডাৰ্চে বেনামিত মহলো ল'লে, কিন্তু গোলমাল নিমিটিল। কথা উঠিল পিকেটিং কৰাৰ, মহলৰ সন্মুখত। থানাৰ দাৰোগা মদন দত্ত আহি গুজৰি গ'ল, 'এয়া কি চাহাবৰ দিন পাইছে নেকি? দত্ত দাৰোগা আকৌ আছিল......'"

"মদন দত্ত কি আছিল কোৱাৰ দৰ্কাৰ নাই। আপোনাতকৈ মই সেইটো কথা ভালকৈ জানো। গগৈ মাষ্টৰ আৰু সিন্‌হানিয়া ট্ৰেডাৰ্চৰ কি সম্পৰ্ক আছিল তাকে কওক।" হঠাতে হাজৰিকাই চৰকাৰৰ কথাৰ সোঁতত বাধা দি উঠিল। তাৰ পিছত জুহালৰ ওচৰত বহি থকা চকু মুদ খাই থোৱা গোস্বামীক লক্ষ্য কৰি সুধিলে, "কি হ'ল গোস্বামী? টোপনি আহিল নেকি?"

গোস্বামীয়ে চকু দুটা নেমেলাকৈ ক'লে, "মই ভালে আছো। মোৰ কথা নেভাবিব।"

যোগেশ চৰকাৰে গোস্বামীৰ কথা শেষ হোৱালৈকে বৈ আছিল। কাৰণ লগে লগে আৰম্ভ কৰিলে, "গগৈ মাষ্টৰে কিন্তু ইমান সহজে হাৰ নেমানিলে। তেখেতে পিকেটিং আৰম্ভ নকৰিলে, কিন্তু যি কৰিলে সি প্ৰায় পিকেটিঙৰ সমানেই ফল দিলে। স্কুলৰ পৰা আহি চাহ জলপান খাই নিতৌ আহি বহে মহলৰ সন্মুখত। লগত কেতিয়াবা গাওঁৰে মানুহ দুজনমান, কেতিয়াবা বা কুলি বস্তিৰে কোনোবা। ৰাতি এঘাৰ বজালৈ বহি থাকে মহলৰ সন্মুখত। মহলত বিক্ৰীৰ সাংঘাতিক ক্ষতি হব ধৰিলে, গাওঁৰপৰা যি আহে গগৈ মাষ্টৰক দেখা পাই দুই চাৰিটা কথা কৈ আঁতৰি যায়। কুলি লাইনৰ বহুতেও গগৈ মাষ্টৰৰ চকু

এৰাবৰ বাবে আমাৰ তালৈ নাহি চহৰলৈ যায় পাঁচ মাইল বাট ভাঙি। যি দুই চাৰিজনে 'কিবা আনৰ পইচাৰে খাইছোনে? নিজৰ পইচাৰে খাইছো' বুলি ফিতাহি মাৰি আহে মহললৈ, তেওঁলোকে পিছত গগৈ মাষ্টৰৰ চকুলৈ চাব নোৱাৰে।

"দৈনিক বিক্ৰী একেবাৰে পৰি গ'ল। বাবুলৈ খবৰ পঠিয়ালো। হঠাতে এদিন মহলত আহি ওলালহি বাবু। মহলৰ অৱস্থা বুজাই ক'লো, কিন্তু তেখেতে বৰ চিন্তা নকৰিলে। কলে, 'বহিব দে মাষ্টৰক, কিমান দিন বহিব? কেৱলৰাম সিন্‌হানিয়াই মহল এটা এবছৰ এনেই চলাই থাকিব পাৰে।'

"এমাহ গ'ল, দুমাহ গ'ল, তিনিমাহ গ'ল, ঘড়ীৰ কটাৰ দৰে গগৈ মাষ্টৰ নিতৌ আবেলি আহি ওলায় মহলৰ সন্মুখত। বাবুয়ে সুধি পঠালে মহলৰ বিক্ৰী বঢ়া নাই কিয়? উত্তৰত জনালো মাষ্টৰ আগৰ দৰেই মহলৰ সন্মুখত বহি থাকে। পিছদিনাখনেই কোম্পানীৰ শিল নিয়া গাড়ীৰ ড্ৰাইভাৰ এজনে মোৰ নাম লিখা লেফাফা এটা দি গ'ল। লেফাফাটো খুলি চালো। 'মাষ্টৰক প্ৰথমতে টকা দি চা; দুহেজাৰলৈকে দিব পাৰ। যদি সি টকা নলয় তেতিয়া আন ব্যৱস্থা লব লাগিব।' চিঠিৰ তলত কাৰো নাম নাই যদিও মই আখৰ দেখিয়েই চিনি পালো এইখন বাবুৰ নিজৰ হাতেৰে লিখা চিঠি। চিঠিখন পুৰিবৰ বাবে জুইচলাৰ কাঠি এটা জ্বলাই ললো, কিন্তু ঠিক এনে সময়তে মহলৰ চকীদাৰ নে আন কোনোবাই ঠিক মনত নাই মোৰ কোঠালীলৈ সোমাই আহিল। মই চিঠিখন খপ কৰি বিছনাৰ তলত সুমুৱাই থলো।

"আমি হৈছো হুকুমৰ চাকৰ। গগৈ মাষ্টৰে যে টকা লোৱাত মান্তি নহয় মোৰ তাত সন্দেহ নাছিল। তথাপি এদিনাখন দুপৰীয়া মাষ্টৰৰ ঘৰ ওলালো, লগত দুহেজাৰ টকা লৈ। তেখেতৰ মুখখন ৰঙা পৰি গ'ল মোৰ কথা শুনি। অকল ক'লে, 'চাকৰৰ গাত মই হাত নোতোলো। কিন্তু তোমাৰ মালিকক কবা, মই



চিলাপৰাৰ গগৈৰ ঘৰৰ ল'ৰা। কেঞাৰ গোলাৰ বস্তু নহয় যে, বেচা-কিনা কৰিব পাৰি।"

"সিদিনা সন্ধিয়াই বাবুলৈ খবৰ পঠিয়ালো যে, গগৈ মাষ্টৰে টকা নলয়। তাৰে কেদিনমান পিছত, দিনটো ঠিক মনত নাই, কিন্তু বাৰটো মনত আছে, সোমবাৰ আছিল। মহলত মানুহ প্ৰায় নায়েই। গগৈ মাষ্টৰো অহা নাই, আন এখন বাগানলৈ গৈছে কিবা মিটিং কৰিবলৈ। হঠাতে মহলত আহি ওলাল বাবু। নিজেই গাড়ী চলাই আহিছে। গাড়ীৰ পৰা বাবুক আগুৱাই আনিব গৈ দেখা পালো পিছৰ চিটত আৰু এজন মানুহ। বান্দৰৰ দৰে কুক্ষচ মুখখন। মানুহজনক আগতে নেদেখিলেও বুজাত পলম নহ'ল যে সিয়েই বাবুই দিল্লী নে মীৰাটৰ পৰা অনোৱা নতুন গুণ্ডা মকবুল আলী। বাবুৰ নতুন গুণ্ডাই ক'ত কিমান খুন জখম কৰিছে দহ গুণ বেছি কৰি গল্প ওলায় মদৰ মহলত, কাথৰ কেম্পত, শিলৰ কোৱাৰীত আৰু আন য'তেই সিন্‌হানিয়া কোম্পানীৰ হাত আছে।

"বাবু গাড়ীৰ পৰা নামি আহি মহলত সোমাল। কিন্তু বেছি সময় নবহিল। হিচাবৰ বহীবোৰৰ ওপৰত চকু ফুৰালে। মহলৰ বিক্ৰীৰ কথা সুধিলে। ইবিধ সিবিধ কথাৰ লগতে গগৈ মাষ্টৰৰ কথাও ওলাল। বাবুয়ে ক'লে যে, তেখেতে নিজেই মাষ্টৰৰ লগত কথা হব পাৰিলে বোধহয় গোলমাল মিটি গ'ল হয়। মাষ্টৰক ক'ত লগ পাব পাৰি সুধিলে। মই কলো, গগৈ মাষ্টৰ আজি ক'ৰবালৈ মিটিং কৰিব গৈছে। পিছে চিলাপৰা গাওঁলৈ বাট একেটাই, এই মহলৰ কাষেৰেই গৈছে। মহলত ৰলেই বাবুয়ে গগৈ মাষ্টৰক লগ পাব ঘৰলৈ ঘুৰাৰ সময়ত। বাবুয়ে কিন্তু ৰবলৈ ইচ্ছা নকৰিলে। গাড়ীত বহিলগৈ। বাবুৰ গাড়ী মহল এৰি যোৱাৰ পিছতহে মোৰ মনত খেলালে বাবুৰ লগত অহা মানুহজন গাড়ীৰ পৰা নেনামিলেই।

"ৰাতি কিমান হৈছে কব নোৱাৰোঁ। সকলোৱে শুই নিঃপালি দিছে। এনেতে শুনা গ'ল মহলৰ চকীদাৰজনে মোক নাম ধৰি মাতিছে। লেম্‌টোতো জ্বলোৱাই থাকে, শলিতাডাল বঢ়াই দি, দুৱাৰখন খুলি ওলালো। চকীদাৰজনে কলে, বাবু আহি গাড়ীত বহি আছে। পানী এবাল্টি লাগে। পানীৰ বাল্টি দুটা মোৰ ৰুমত থাকে বাবেই মোক মাতিব লগা হ'ল। লেম্‌টো আৰু পানী এবাল্টি লৈ ময়েই গলো গাড়ীৰ ওচৰলৈ। লেমৰ ৰঙচুৱা পোহৰত ভাব হ'ল, বাবুৰ কাপোৰত যেন কিবা ৰঙা চিটিকা। শলিতাডাল বেছিকৈ বঢ়াই দিছিলো, ধোঁৱাই চিমনীটো ক'লা কৰি দিলে। মোক দেখি বাবুই বৰ ভাল নাপালে। খং কৰিয়েই সুধিলে, 'তোক কোনে মাতিছিল?' তাৰ পিছত কলে, 'পানী বাল্টি থৈ যা। আৰু শুন, তোক যদি কোনেও পোনে পোনে নোসোধে, মই ৰাতি ইয়ালৈ অহাৰ কথা নিজে উপযাচি কাকো কব নেযাবি। এতিয়া যাগৈ, বাল্টি আমি থৈ যাম।' সিন্‌হানিয়া কোম্পানীৰ কাৰবাৰৰ কথা যথেষ্ট শুনিছো। কাথৰ কেম্পত থাকোতেই বাবুৰ গাড়ী নোযোৱালৈকে দুৱাৰ বন্ধ কৰি সোমাই থাকিলো, তাৰ পিছত বাল্টি লৈ আহিলোগৈ। সেউজীয়া দুৱৰিত লগা ৰঙচুৱা পানীৰ দাগ তেতিয়াও মচ খোৱা নাই।

"বাবুই ৰাতি মহললৈ অহাৰ কথা কাকো কব লগীয়া নহ'ল। কাৰণ কোনেও সেইকথা নুসুধিলে। পিছদিনাখন আবেলি দাৰোগা মদন দত্ত আহিল মহললৈ এজন হাৱালদাৰ লগত লৈ। আহি সুধিলে মই ৰতন ওৰাওঁ খুন হোৱা আৰু গগৈ মাষ্টৰ জখম হোৱাৰ খবৰ পাইছোনে নাই। মই ক'লো যে, পুৱাৰ পৰা মহলত মুখে মুখে অকল তাৰ কথাই চলি আছে। এতেকে নাজানি উপায় নাই'। বাগানৰ কুলি আৰু গাওঁৰ পৰাও কেবাজন মানুহ আহি মোক গালি-শপনি পাৰি ভয় দেখুৱাই



গৈছে। নিতান্ত মই মাৰ-পিট কৰা বিধৰ মানুহ নহয় বাবেহে মোৰ গাত হাত তোলা নাই। দাৰোগা চাহাবে অকল সুধিলে, গগৈ মাষ্টৰ সদায় সন্ধিয়া আহি মহলত বহি থকা কথাটো সঁচানে? মই বুজাব চেষ্টা কৰিলো যে, মাষ্টৰে মহলৰ সন্মুখত বহি থাকে যাতে মানুহবোৰ মহলত নোসোমায়। দত্ত দাৰোগাই মোক ধমক দি উঠিল, 'তোক সুধিছো গগৈ মাষ্টৰ সদায় সন্ধিয়া মহললৈ আহিছিল নে নাহিছিল। তই কৈছ আহিছিল। বচ্! কি কৰিবলৈ আহে তোক কোন বাপেৰ সুধিব গৈছে?' তেখেতে মোক আন একো প্ৰশ্ন নকৰিলে। দুদিনমান পিচত শুনো দুজন কুলিক চালান দিছে খুনৰ দায়ত। কুলি দুজনক মই চিনো। মদ খাই পৰি থাকে প্ৰায়েই মহলৰ আগডোখৰতে। সিহঁতে মানুহ কিয় কুকুৰ এটা মাৰিব দিলেও কন্দা-কটা লগাই দিব।

"গগৈ মাষ্টৰ নোহোৱা হোৱাত মহলৰ বিক্ৰীও লাহে লাহে চৰি আহিল। মোৰো আয় বাঢ়িল। এবছৰ মান তাতে থকাৰ পিচত মোক মহলৰ পৰা নি বাবুয়ে মাৰ্ঘেৰিটাৰ পৰা কেই-মাইলমান দূৰৰ ঠাই এখনত গেলামালৰ দোকান এখন খুলি চলাব দিলে। দোকানৰ মালবস্তু সকলো সিন্‌হানিয়া কোম্পানীয়ে কিনি দিলে পোনতে। মোৰ লাভ দুপিনৰ পৰা, এপিনে কোম্পানীৰ পৰা দৰমহা পাই থাকো নিয়মিত ভাৱে আৰু আনপিনে দোকানত বেচা-কিনা কৰি যি দু-এপইছা লাভ হয়, সিও মোৰ। দোকানত গ্ৰাহকৰ সংখ্যা কম। ফৰেষ্টৰ দুই-চাৰিজন কৰ্মচাৰী, তাৰ তৰকাৰীৰ খেতি কৰা নেপালী কেজনমান আৰু কেতিয়াবা কেতিয়াবা আহে নগা ফাকিয়াল বা কাচিন জনজাতীয় লোক। আহে কেৰাচিন, লোণ নাইবা সস্তা চিট্ কাপোৰ বিচাৰি। বেছ কিছুদিন মই বুজিব পৰা নাছিলো মোৰ কামটোনো কি। অৱশ্যে এইটো ধাৰণা ঠিকেই আছিল যে, সিন্‌হানিয়া কোম্পানীয়ে মোক দৰমহা দি ইয়াতে এনেই পেলাই নথয়

দোকানদাৰি কৰিবৰ বাবে। দোকান খোলাৰ দুমাহমান হৈছে, এদিনাখন ৰাতি শুনো কোনোবাই দুৱাৰত টুকুৰিয়াইছে। মোৰ দোকান খোলাৰ যেনে ধৰাবন্ধা সময় নাছিল, জপোৱাৰো কোনো সময় নাছিল। পৰিচিত গ্ৰাহকবোৰে ৰাতি দহ এঘাৰ বজাত মোক জগাই লোণ বা কেৰাচিন তেল লৈ যায়। সিদিনাও গ্ৰাহক বুলিয়েই দোকানৰ জপনাখন খুলিলো, দেখো কাচিন এজন থিয় হৈ আছে। কাপোৰ-কানিবোৰ পাংশু পাছৰ ইপিনৰ কাচিনতকৈ অকমান বেলেগ। মই আগতে কাচিন নগা নেদেখা নহয়, কিন্তু তেওঁলোক সাধাৰণতে আহে দল বান্ধি, দিনত। এইদৰে ৰাতি দোভাগত অকল এজন কাচিনক দেখি আচৰিত হ'লো। তাবোপৰি তাৰ দাখন খাণ্ডত ভৰাই থোৱা নাই, সোঁহাতৰ মুঠিত আছে। মই সুধিলো কি লাগে। মানুহজনে বাওঁহাতেৰে পিঠিৰ খাণ্ডটো চুই ভঙা ভঙা অসমীয়াৰে ক'লে, 'এইটো থৰ লাগে'। তাৰ পিচত দোকানত সোমাই মোৰ শোৱা চাঙখনৰ ওচৰতে পিঠিৰ খাণ্ডটো নমালে। তাৰ পিচত এটাও কথা নোকোৱাকৈ দোকানৰ পৰা ওলাই এন্ধাৰৰ লগত মিলি গ'ল। মই খাণ্ডটো দোকানৰ পিচফালৰ মোৰ ভাত ৰন্ধা সৰু কোঠালীটোত নি থলো। খাণ্ডটোৰ পৰা এটা মিঠা মিঠা গোন্ধ ওলাই মোক পাকঘৰটোত সোমাব নোৱাৰা কৰিলে; অলপ সময় গোন্ধ ললেই মূৰ ঘূৰাই যায়, গাটো অৱশ হৈ আহে।

"কাচিন জন অহাৰ দুদিন পিচতে দোকানত আহি ওলাল ভগৱানদা।"

"এই ভগৱানদা জন কোন?" সুধিলে ৰবীন হাজৰিকাই।

"ভগৱান চক্ৰৱৰ্ত্তী। আগতে হেনো ডাঙৰ কণ্ট্ৰেক্টৰ আছিল। পিচে কাঠৰ কাৰবাৰত বহু লোকচান দি, মই যেতিয়া লগ পাওঁ তেতিয়া দুই চাৰি হেজাৰৰ কণ্ট্ৰেক্ট কৰে। মানুহজন সকলোৰে লগত মিলিব পাৰে। আমাৰ লগত বিড়ি টনাত বা ফৰেষ্ট গাৰ্ডৰ লগত এঢোক খোৱাত তেখেতৰ আপত্তি নাই। থাকেও সাধাৰণ মানুহৰ দৰে, উৰলি যোৱা পুৰণি কাপোৰ পিন্ধে, লৰীৰ পিচ পিনে উঠে, মাতেও সেইবাবে তেখেতক সকলোৱে ভগৱানদা বুলি। পিছে মোক কোনোবাই কৈছিল ভগৱানদাৰ হেনো অজস্ৰ পইচা। দুঠাইত দুটা মাইকী ৰাখিছে, ল'ৰাক ক'লেজত পঢ়াইছে। সেইবোৰ যিয়েই নহওক, মানুহজন আচলতে কেৱলৰাম বাবুৰ চকু, কাণ আৰু সোঁহাত। কণ্ট্ৰেক্টৰ চেলু লৈ তেওঁ ঘূৰি ফুৰে সিন্‌হানিয়া কোম্পানীৰ কাম যতে যতে চলি আছে। সকলো খবৰ লৈ গৈ কেৱলৰাম বাবুক জনায়। তাবোপৰি কিবা লেতেৰা কাম বাবুই নিজে কৰিব ইচ্ছা নকৰিলে ভগৱানদাৰ হতুৱাই কৰোৱায়।

"ভগৱানদা মোৰ দোকানত বহু সময় বহিলে, চাহ খালে, নানান কথা কৈ হুঁহুৱালে। তাৰ পিচত যোৱাৰ সময়ত ক'লে, 'কাচিন জনে থৈ যোৱা খাণ্ডটো গাড়ীতে তুলি দে'।

"ভগৱানদা খাণ্ডটো লৈ যোৱাত মই সকাহ পালো। খাণ্ডত যে কানি আছিল মোক কোৱাৰ কোনো প্ৰয়োজন নাছিল। কাঠৰ কাৰবাৰত মহৰী হৈ থাকোঁতেই ৰাতি জুইৰ ওচৰত বহি বহি সাধু শুনিছিলো, সিন্‌হানিয়া কোম্পানীৰ হাত কিমান দীঘল। বাৰ্মাৰ পৰা, শ্যাম দেশৰ পৰা, আনকি মালয়ৰ পৰা কানি আহে পাটকাই পৰ্বত পাৰ হৈ মানুহৰ কান্ধত। সিন্‌হানিয়া কোম্পানীয়ে অকল ভাৰত সীমান্তৰ পৰা নি কলিকতা পোঁছাই দিব লাগে। বচ্, আৰু একো নাই, তাতেই লাভ—সেই কানি তাৰপৰা বোম্বাই হৈ জাৰ্মানীলৈ যায়, আমেৰিকালৈ যায়, সিন্‌হানিয়া কোম্পানীৰ তাত কি। পিচত এদিনাখন ভগৱানদাই মদৰ নিচাত খাং এটা দেখুৱাই কৈছিল, 'বুজিছ যোগেশ, তই, তোৰ ল'ৰা, তোৰ নাতিয়ে গোটেই জীৱন কাম কৰিও এই খাণ্ডটোৰ আধা কিনিব নোৱাৰে। তই কি ভাবিছ ইয়াতে কানি আছে? ইয়াতে কানি নাহে গৰু, চাফা বস্তু আছে।'

"কাচিন জন যে ৰাতি আহি ওলাল সেইয়া অকল আৰম্ভ। তাৰ পিচত মাহত কেতিয়াবা এবাৰ কেতিয়াবা দুবাৰ দোভাগ ৰাতি দোকানত আহি ওলায় মানুহজন পিঠিত খাং লৈ। সদায় যে একেজন মানুহ আহে তেনে নহয়, কেতিয়াবা কাচিন, কেতিয়াবা ফাকিয়াল, কেতিয়াবা বা ব্ৰহ্মদেশৰ ফালৰ পৰা লিছু—কাপোৰ-কানিৰ পৰাই অনুমান কৰি লব পাৰি। কাৰণ, কোনেও এটা কথাও নকয়। আহে, খাঙটো দোকানত থয় আৰু এন্ধাৰৰ লগত মিলি যায়। তাৰ দুদিন মানৰ পিচতেই ভগৱানদা আহি খাঙটো লৈ যায়।

"মোৰ কিন্তু দোকানত থাকি বেছ ভাল লাগিছিল। কাম-কাজ বিশেষ নাই। অকল ৰান্ধি-বাঢ়ি খাওঁ। দোকানত যি অলপ-চলপ বিক্ৰী হয় সেই খিনি অকল সন্ধিয়াহে। গোটেই দিনটো ঘূৰি ফুৰো, নহলে বৰশী বাওঁ। মাল আনিবৰ বাবে মাহে এবাৰকৈ মাৰ্ঘেৰিটালৈ যাওঁ। কেতিয়াবা তিনিচুকীয়াত ওলাওঁ গৈ। পাকিস্তান এবাৰ পৰা ঘৰ বান্ধো বান্ধো বুলি বান্ধিব পৰা নাছিলো, দোকানৰ ওচৰতে থকা ফৰেষ্টত কাম কৰা আমাৰ ৰিফিউজি মানুহ এজনে ছোৱালী দিবও ৰাজী হ'ল, জাত-কুললৈ সিমান মন নকৰি। ময়ো সিন্‌হানিয়া কোম্পানীৰ পৰা পোৱা দৰমহা গোটেইখিনি সাঁচিব আৰম্ভ কৰিলো বিয়াৰ বাবে। বিয়া কিন্তু পতা নহ'ল। সেই মাহত যেতিয়া ভগৱানদা আহিল খাং নিবৰ বাবে, হঠাতে কৈ উঠিল— যেন একেবাৰে সাধাৰণ কথা, 'এই যোগেশ, তই দুবছৰমানৰ বাবে জেললৈ যাব লাগিব।'

" 'জেল!' বুকুখন ধিপিক্‌কৈ উঠিল। মূৰটো যেন খালী হৈ গ'ল। প্ৰায় দুবছৰেই সিন্‌হানিয়া কোম্পানীত আছো। কোম্পানীৰ বহু কামেই যে আইনবিৰুদ্ধ তাকো জানো। কিন্তু জেললৈ যোৱা কথা কোনোদিনেই মনত খেলোৱা নাছিল। ভগৱানদাক সুধিলো, 'জেলত? মই কিয় জেলত যাম? কি কামনো কৰিলো জেলত যাবলগীয়া?' ভগৱানদাই মোৰ মুখৰ পিনে চালে আৰু তাৰ পিচত হাঁহিব আৰম্ভ কৰিলে। পোনতে অলপ অলপ, তাৰ পিচত পেটত ধৰি বাগৰি বাগৰি। হাঁহি অকমান থামে। ভগৱানদাই কয়, 'ই জেলত যাবলগীয়া কি কৰিছে?' আকৌ হাঁহিব আৰম্ভ কৰে। ভগৱানদাৰ হাঁহি দেখি মোৰো হাঁহি উঠিল। ময়ো হাঁহিব ধৰিলো দেখাক দেখি। হঠাতে ভগৱানদাই হাঁহি বন্ধ কৰি জেপৰ পৰা ৰুমাল এখন উলিয়াই চকুদুটা মচি ললে। তাৰ পিচত অলপ খং কৰিয়েই কলে, 'গৰু, এবছৰ ধৰি তোৰ হাতেৰে কানিৰ টোপোলা পাৰ হব ধৰিছে, এতিয়া সুধিছ জেললৈ কিয় যাব লাগে!' 'কানিৰ কাৰবাৰ?' তেতিয়াহে মনত খেলাল মোৰ অৱস্থাটো। তথাপি মৰো-জীওঁ সাহ কৰি কলো, 'কানিৰ কাৰবাৰ বাবুৰহে, আৰু চলায় আপুনি। মই কিয় জেল যাব লাগে?' 'মই কিয় জেল যাব লাগে?'—মুখ ভেঙুচাই উঠিল ভগৱানদা। তেখেতৰ এইবাৰ ভালকৈয়ে খং উঠিল। 'তই বৰ হকৰ কথা কৈছ, কাৰবাৰ কেৱলৰাম সিন্‌হানিয়াৰ, চলায় এই ভগৱান চক্ৰৱৰ্ত্তীয়ে, যোগেশ চৰকাৰে কিয় জেল যাব? পিচে, এই হকৰ কথাটো তোৰ মাহে মাহে দৰমহা লোৱাৰ সময়ত মনত নপৰিল কিয়? সিন্‌হানিয়া কোম্পানীৰ তই কোন বাপৰ ফালৰ কুটুম যে তোক মাহে মাহে দৰমহা দি পুহি থাকিব?'

"হঠাতে ভগৱানদাই কথা কোৱাৰ ধৰণ বদলাইদি মোক বুজাব ধৰিলে, 'সেইবোৰ বাদদে যোগেশ। তইতো সকলো বুজ। তোৰ দৰে বিশ্বাসী মানুহ এজনক এনেয়ে জেললৈ যাব দিব ওলাইছো নে? কথাটো হৈছে কি জান? এক্সাইজৰ চকু পৰিছে এইটো ৰাষ্টাত। নতুন এজন অফিচাৰ আহিছে। মাছ ধৰিব নোৱাৰিলেও সি পানী ঘোলা কৰোঁ বুলি লাগিছে। ধৰাতটো সি কাকো ধৰিব নোৱাৰে, কিন্তু কাৰবাৰত মহা দিগ্‌দাৰ্ লগাইছে। এতিয়া মালে সৈতে কাৰোবাক ধৰি জেলত দিব পাৰিলে সিও কেমাহ মানৰ বাবে শান্ত

হব, আমাৰ কামতো লোকচান নহয়। তই অৱশ্যে নেভাবিবি আমি তোক এনেয়ে এৰি দিম। বাবু তেনে মানুহ নহয়। তোৰ উকিল, জামিন সকলোবে ব্যৱস্থা কৰি দিব। জেল হলে বৰ বেছি দুবছৰ। এই সোমালি, এই খালাচ!'

" 'সকলো যদি ঠিকেই কৰা আছে, তেনেহলে যি কোনো এজন মানুহক দেখোন ধৰাই দিলেই হ'ল। মোক কিয় লগা হৈছে?' সাহ কৰি সুধিলো। ভগৱানদাই হাঁহি উত্তৰ দিলে, 'আৰে গৰু, এৰেষ্ট কৰা মানুহজনৰ যদি জেল নহয় অফিচাৰজনৰ দুগুণ জেদ চাপি নেযাব? কি ভাবিছ? তয়েই প্ৰথম নেকি আমাৰ জেলত যোৱা মানুহ? দুবছৰ জেলত যাবি। তোৰ দৰমহা চলি থাকিব, ওলাই আহিলে তাৰ ওপৰত মোটা বকৃচিচ্। মই আন এজনৰ কথা ভাবিছিলো, পিচে বাবুয়েই তোৰ কথা কলে। তোৰ কপাল ভাল! বাবুৰ তোৰ ওপৰত খুশ নজৰ আছে। বাবুয়েই কলে— 'যোগেশ মানুহজন বিশ্বাসী, তাৰোপৰি তাৰ মাইকীও নাই, মাইকী থকা মানুহবোৰত বিশ্বাস নাই।'

" 'ইপিনে যে মোৰ বিয়াৰ ঠিক কৰিছো', ভগৱানদাৰ মনটো ঘূৰাবৰ বাবে কলো। কিন্তু ভগৱানদাই তাৰ উত্তৰত অকল হাঁহি ক'লে, 'আৰে তাতে কি হৈছে? দুবছৰ ৰব কবি। নৰয়, কুছ পৰোৱা নেহি। মাইকীৰ আকাল লাগিছে নেকি দুনিয়াত? তোক মই নিজে ছোৱালী চাই দিম। হোঃ, ছোৱালী! জেলৰ পৰা ওলাবি, তোৰ দৰমহাৰ টকা, তাৰ ওপৰত কমেও এহেজাৰ টকা বকৃচিচ্। নতুন ছোৱালী লৈ চাহাববোৰৰ দৰে দিল্লী-বোম্বাই হানিমুন কৰিব যাবি। তইতো জানয়ে বাবুই বিশ্বাসী মানুহক বিপদত কেতিয়াও নেৰে।' মই কিন্তু ভগৱানদাৰ লগত হাঁহিব নোৱাৰিলো। ছবি, যিজনী ছোৱালীৰ লগত মোৰ বিয়া হোৱাৰ কথা, মোৰ দোকান, জঙ্গল, নামফুক নদী এৰি ক'ৰবাৰ জেলত সোমাই থাকিব লাগিব—ভাবোতেই মনটো কোঁচ খাই গ'ল।



মানুহটো মই সকৰেপৰা অলপ ভয়াতুৰ, তথাপি মৰসাহ কৰি কলো, 'জেল-ফেলত মই যাবৰ নাই, ভগৱানদা আপুনি আন মানুহ বিচাৰক।'

'জেলত যাবৰ নাই, মানে তই কি কব খুজিছ?' ভগৱানদাৰ মাতটো আগৰ দৰে পাতল হৈ থকা নাই।

'জেলত যাবৰ নাই মানে, জেলত যাবৰ নাই, বচ্!"

বাবুলৈ থকা ভয়ৰ কথা পাহৰি মোৰো অসন্তৱ খং উঠি গ'ল।

'পুলিচে তোক ধৰিলে কি কৰিবি?'

'চব্ ফাচ্ কৰি দিম।'

'কিনো চব্ ফাচ্ কৰি দিবি?' ভগৱানদাই ঠাট্টা কৰি সুধিলে।

'কানিৰ কাৰবাৰ কেৱলৰাম বাবুৰ আৰু চলাই আপুনি।'— ভগৱানদাই আকৌ হাঁহিব ধৰিলে। 'তোক মই আগতে নকৈছো গৰু বুলি। তই কি ভাব—গেলামালৰ দোকানীৰ কথাত কেৱলৰাম বাবুক পুলিচে ধৰিব? জজ্‌চাহাব কেবলৰাম বাবুৰ ঘৰত ভাত খাই যায়। আৰু মোৰ কথা? মই নিজেই পুলিচ মাতি তোক ধৰাই দিম। মই কানিবেপাৰী বুলি ক'লে কোনে বিশ্বাস কৰিব? সেইবোৰ বাদ দে।'

"মোৰ কিন্তু মূৰত তেতিয়া ভূত উঠিছে, দাঁত-চাঁত চেপি ক'লো, 'ঠিক আছে, মোৰ দুবছৰ জেল হব। কিন্তু কেৱলৰাম বাবুক মই ফাঁচি-কাঠত লট্‌কাম।' ভগৱানদাৰ হাঁহিটোত যেন কোনোবাই চেঁচা পানী ঢালি দিলে, 'ফাঁচি? কাৰ ফাঁচি? পাগল হলি নেকি?'—'কাৰ ফাঁচি? আপোনাৰ মালিকৰ ফাঁচি। কেৱলৰাম বাবুৰ ফাঁচি। আপোনালোকে ভাবিছে যোগেশ চৰকাৰ গৰু। যোগেশ চৰকাৰক দৰকাৰ হলেই জেলত দিব পাৰি। এই যোগেশ চৰকাৰেই কেৱলৰাম সিন্‌হানিয়াক ফাঁচি-কাঠত ওলোমাব পাৰে।'

'ৰহ্‌চোন ৰহ্‌, পাগল নহবি। কেৱলৰাম বাবুৰ ফাঁচি কিয় দিয়?' মোক শান্ত কৰিবৰ বাবে ক'লে। মোৰ কিন্তু খং চৰিলহে তাৰ মিহি কথাখিনি শুনি।

'ফাঁচি হয় কিহৰ বাবে? খুনৰ বাবে। গগৈ মাষ্টৰ আৰু কুলিজনক কোনে খুন কৰিছিল আপুনিয়েই গৈ বাবুক সুধিব।'

'অ, তই বিৰিণাবাৰীৰ কেচটোৰ কথা কৈছ।' ভগৱানদা যেন সকাহ পালে। সেইটো কেচৰ আচামী কেতিয়াবাই চালান হৈ গৈছে। তোক মই ভাল ভাবি এটা কথা কওঁ—কেৱলৰাম বাবুৰ পিচত লাগিলে তোৰেই সৰ্বনাশ হব। বাবুৰ কি? তই গ'ল ফালি চিঞৰিলেও কোনেও তোক বিশ্বাস নকৰে; আৰু কৰিলেই বা কি? বাবুৰ উকিলে প্ৰমাণ কৰি দিব—বাবু সেইদিনা ঘৰতে আছিল বুলি। আৰু তই হঠাতে এইবোৰ বকিব ধৰিছে কিয়? জেল যোৱাৰ ভয়তে মূৰ বেয়া হোৱা নাইতো? কেৱলৰাম বাবুয়ে কি দুখত গগৈ মাষ্টৰক খুন কৰিব যাব?'

'যোগেশ চৰকাৰ এটা গাধা নহয় জানো? ৰাষ্টাৰ কুকুৰ। জেপতো পইচা নাই যেতিয়া মূৰতো বুদ্ধি নাই।' এইবাৰ মোৰ হুঁহাৰ পাল পৰিল। 'আপোনাৰ বুধিৰ সাগৰ কেৱলৰাম বাবুক কব, ইয়াৰ পিচত কাৰোবাক খুন কৰি আহি হাত আৰু কাপোৰ ধোৱাৰ সময়ত যেন সাৱধান হয়, যাতে চাবোনত আৰু বাল্টিৰ তলত ৰোৱা পানীখিনিত ৰঙ, দাগ নেথাকে। তাতোকৈ ডাঙৰ কথা, আগতেই যেন চিঠি লিখি জনাই নিদিয়ে কাক খুন কৰিব। এতিয়া গৈ আপোনাৰ মালিকক সোধক কিবা চিঠি-পত্ৰ লিখিছিল নেকি গগৈ মাষ্টৰক খুন কৰা সম্পৰ্কে। সেইখন চিঠি পোৱাৰ পিচত পুলিচক আৰু বেলেগ প্ৰমাণ নেলাগে। যদি লাগে বাবুৰ চাকৰবোৰক সুধিলেই হ'ল। গগৈ মাষ্টৰৰ খুনৰ দিনাখন ৰাতি যেতিয়া ঘৰলৈ ফিৰে বাবুৰ কাপোৰ তিতি আছিল নে নাই।' মোৰ কথাখিনি শুনি ভগৱানদাৰ মুখখন শেঁতা পৰি গ'ল।



আৰু এটাও কথা নোকোৱাকৈ গৈ গাড়ীত বহিল। গাড়ী যোৱাৰ সময়ত এবাৰ ফিৰিও নেচালে পিচলৈ।

"পিচদিনাখন পুৱা দোকান খুলিব ধৰিছো, বাবুৰ গাড়ী আহি দোকানৰ সন্মুখত ৰ'ল। বাবুৰ লগত জেকব। এনে কিবা এটা হব বুলি জানিছিলো। আগদিনাখন ভগৱানদাৰ গাড়ীখন নেদেখা হোৱাৰ পিচৰ পৰাই মূৰত একেটা কথাই ঘূৰি আছিল—ইয়াৰ পিচত কি? ৰাতি দুবাৰমান ভাবিছিলো পলাই যাম নেকি? যাম ক'লৈ? কাঠ নিয়া গাড়ী নহলে ফৰেষ্টৰ গাড়ীয়েই ভৰষা। খোজ কাঢ়ি গ'লে লিডু পাওঁতে ৰাতি পুৱাই যাব। তাৰোপৰি সিন্‌হানিয়া কোম্পানীৰ মানুহ, কেৱলৰাম বাবুৰ মানুহ চাৰিওপিনে। একমাত্ৰ আশা, কেৱলৰাম বাবুই যদি ভয় খাই একো নকৰাকৈ থাকে। কথাতে কয়—সাৱধানৰ মৰণ নাই। ৰাতি গৈ ছবিৰ দেউতাকৰ হাতত মোৰ জমা হোৱা টকাখিনি আৰু কেৱলৰাম বাবুৰ চিঠিখন থৈ আহিলো। ক'লো—দোকানত চুৰি হোৱাৰ ভয় বেছি, কাৰণ মই ক'ৰবাত ওলাই গ'লে দোকানত আৰু কোনো নেথাকে। বাঁহৰ দুৱাৰখন খোলাতনো কিমান সময়। ছবিৰ দেউতাকে বিশেষ কথা নুসুধি টকাখিনি ৰাখি থলে।

"বাবুই গাড়ীৰ পৰা নামি ইঙ্গিতেৰে দোকানৰ জপনা খুলিব হাক দিলে। তাৰ পিচত সোমাই গ'ল দোকানৰ লগতে লগা মোৰ কোঠাটোলৈ।ময়ো বাবুৰ পিচে পিচে সোমাই আহি বিছনাখনকে জাৰি-জোকাৰি বহিব দিলো। বাবু কিন্তু নবহিল। অকল ক'লে, 'চিঠিখন দে।' মাতটো বৰফৰ দৰে চেঁচা। মই কিবা কম বুলি ভাবিও বাবুৰ মুখখন দেখি মাত হেৰাই গ'ল—যেন মৰণ থিয় হৈ আছে। বাবুই এইবাৰ বাওঁহাতেৰে পাঞ্জাবীৰ জেপৰ পৰা এজাপ দহ-টকীয়া নোট টানি উলিয়ালে আৰু ক'লে, 'ইয়াতে এহেজাৰ টকা আছে। চিঠিখন দে আৰু ইয়াৰ পিচত যেন তোক দেখা নাপাওঁ।'

"সঁচা কথা কৈছো, চিঠিখন দি দিবৰ মন গৈছিল। টকা হেজাৰৰ লোভত নহয়। অত্যন্ত দুৰ্বল আৰু অৱশ হৈ গৈছিলো বাবুৰ সন্মুখত। কি হব লাগি থাকি? পুলিচৰ কাম, পুলিচে বুজিব। মই কিয় মাজতে মৰো? কিন্তু সেই একে সময়তে মূৰত কিবা এটাই যেন টিক্‌টিকাই আছে, 'চিঠিখন দিলেই মৰিলি, চিঠিখন দিলেই মৰিলি।' ভালকৈ জানিছিলো—কেৱলৰাম বাবুই চিঠিখন পালে খুনৰ সাক্ষীক জীয়াই থাকিব নিদিয়ে। তথাপি ক'লো, 'চিঠিখন বাবু মোৰ তাত নাই। আন এজনৰ হাতত দিছো।'

'কাৰ হাতত থৈছ, লৈ আহগৈ।'

'মানুহজন পুৱাতে ওলাই গৈছে, সন্ধিয়াহে আহিব।'

'চুৱৰ! আকৌ মিছা মাতিছে।' বাবুয়ে ঠাচ্ কৰি চৰ এটা সোধাই দিলে। মোৰ তেজ গৈ মূৰ পালে। এনেইতো মৰিছোৱেই, মাৰি মৰিম। বিছনাৰ তলৰ পৰা একে টানে নগা দাখন উলিয়াই ললো। কিন্তু পিচপিনৰ পৰা জেকবে মোৰ গলটো চেপি ধৰিলে। গলৰ চেপাত উশাহ বন্ধ হৈ গ'ল। মূৰটো ঘূৰি গ'ল। জিভাখন শুকান যেন লাগিল। বহু চেষ্টা কৰিও দাখন হাতত ৰাখিব নোৱাৰিলো, আঙুলিবোৰৰ ফাঁকেৰে মজিয়াত সৰি পৰিল। তাৰ পিচত যেন ক'লা কাপোৰ এখনেৰে মোৰ মুখ-চকু ঢাকি দিলে।

"জ্ঞান অহাত চাওঁ, জেকব আৰু বাবুই মোৰ ঘৰৰ খুটাবোৰ চাব ধৰিছে—ক'ৰবাত কিবা সন্দেহজনক ফুটা আছে নেকি। টিনৰ চুটকেচটো খোলা। বস্তুবোৰ আৰু দোকানৰ হিচাব-পত্ৰৰ কাগজবোৰ দলিয়াই পেলাইছে য'তে ত'তে। মোৰ বিছনাখনেও ৰেহাই পোৱা নাই। তুলি গাৰু সকলো ছুৰীৰে ফালি তুলাবোৰ উলিয়াই পেলাইছে। মই অ'ত ত'ত ধৰি কোনোৰকমে ঘৰৰ বাহিৰলৈ ওলাই গৈ দুবাৰমান বমি কৰিলো। জেকবে কিন্তু মই ঘৰৰপৰা ওলোৱাতো ভাল নাপালে। লগে লগে ঘৰলৈ টানি নি গোৰ এটা সোধাই দিলে। আৰু বোধহয় মাৰ খালো হয়, কিন্তু বাবুয়ে বচাই দিলে। 'মাৰিব পিচতো পাৰিবি, এতিয়া মজিয়াখন চা, ক'ৰবাত কিবা পুতি থৈছে নেকি।' আৰু আধা ঘণ্টামান বিচাৰি ক'তো একো নাপাই দুজনে অকমান ৰ'ল। ইতিমধ্যে দোকানৰ পৰা দুই এজন খৰিদ্দাৰ আহি ফিৰি গ'ল। তেতিয়া বাবুয়ে ক'লে, 'কাগজখন নেপালে তোৰ কি হব তো জানয়ে। সেইবাবে চিঠিখন উলিয়াই দি তই যাগে য'লৈ মন যায়। তোক কোনেও একো নকৰে।'



"মই আকৌ এবাৰ ক'লো যে চিঠিখন মোৰ হাতত নাই। সন্ধিয়া মানুহজন আহিলেহে দিব পাৰিম। বাবুৱে কিবা অকমান ভাবিলে। তাৰ পিচত ক'লে, 'ঠিক আছে, তোৰ কথাৰে প্ৰমাণ চাম। সন্ধিয়ালৈকে আমি বাট চাম। চিঠি নেপালে তোৰ লাচ এই মজিয়াতে পুতিম।' মই চাহ কৰি দিলো, দুজনেই খালে। তাৰ পিচত ভাত বহাই দি গা ধুবলৈ ওলালো গামোছা-খন লৈ। লগে লগে জেকব। গামোছাখন পিন্ধি নৈত নামিলো। জেকব কাপোৰ-কানিৰ ওচৰতে বহি থাকিল। এবাৰ ইপিনে সিপিনে চাই জোপোহা এটাৰ আঁৰ হ'লো। মই নেদেখা হোৱা মাত্ৰেই জেকবে ধৰি ললে—মই ডুব-সাঁতোৰ দি পলাব চেষ্টা কৰিছো—নৈ পাৰ হৈ। ফৰেষ্ট ডিপাৰ্টমেণ্টৰ টেম্পৰাৰি ব্ৰিজেৰে সেই মুহূৰ্ত্ততে লৰি গৈ সিপাৰ পালে। মই জোপোহাৰ পৰা ওলাই লৰ ধৰিলো। মোক দেখা পাই জেকব আকৌ ইপাৰলৈ ফিৰি আহিল, কিন্তু ইতিমধ্যে মই জঙ্গলত সোমাই পৰিছো। ওচৰৰ জঙ্গলখিনি মোৰ ভালকৈয়ে চিনা। এটা ঘূৰা বাটেৰে গৈ ছবিহঁতৰ ঘৰ ওলালো। তাতে কিবা ফাকি দি ছবিৰ দেউতাকৰ পুৰণি কাপোৰ এযোৰা খুজি ললো। তাৰে পিচত মোৰ সাঁচতীয়া টকা আৰু বাবুৰ চিঠিখন লৈ আকৌ জঙ্গলত

সোমালো। জঙ্গলৰ পৰা দেখা পালো বাবুৰ গাড়ীখন বৰ বেগেৰে যাব ধৰিছে। দিনটো জঙ্গলত সোমাই থাকিলো। দোকানলৈ ফিৰি যোৱাৰ সাহস মোৰ নহ'ল। ছুদিন পিচত মাৰ্ঘেৰিটাৰ চাহৰ দোকান এখনত শুনিলো, কেমাইলমান দূৰত বনৰীয়া হাতীয়ে দোকানী এজনক মৰাৰ কথা। হাতীয়ে মৰা মানুহজনৰ নাম শুনি বুজিলো, মোৰ কথাই ওলাইছে। অকল নুবুজিলো গল্পটো বাবুৰ মানুহে উলিয়াইছে নে সঁচাকৈ কোনোবাই মই নৈৰ পাৰত এৰি যোৱা কাপোৰ যোৰা পিন্ধি যাওঁতে হাতীৰ সন্মুখত পৰিল। যিয়েই নহওক, মাৰ্ঘেৰিটাত থকা মানে আত্ম-হত্যা কৰা। পলালো। পলালো শদিয়া হৈ উত্তৰ পাৰেৰে। কেমাহমান তেজপুৰত, তাৰ পিচত গুৱাহাটীত। চাকৰি-বাকৰি ক'তো নাই। হাততো মাত্ৰ কেটামান টকাহে আছে। এদিনাখন শ্বিলং-গুৱাহাটী মোটৰ অফিচৰ ওচৰত লগ পালো আমাৰ গাৱঁৰ এজন মানুহক—দেউতাৰ কিবা দূৰ সম্পৰ্কীয় ভাই। ভাৰতত অহাৰ পিচত এই প্ৰথম চিনাকি মানুহ। তেওঁ মোক চাহৰ দোকান এখনলৈ টানি নিলে। নিজৰ সকলো খবৰ ক'লে, 'ছিয়াল্লিছ চনতে গাওঁ এৰিলে, তাৰ পিচত বহু ঠাই ঘূৰি আহি শ্বিলং পাইছে। এতিয়া তৰকাৰী আৰু কণী চালানৰ কাৰবাৰ। ছোৱালী কেজনীক বিয়া দিছে, ল'ৰাই চাকৰি কৰে। কাৰো কাৰবাৰত মন নাই। নিজেও বুঢ়া হৈ আহিছে।' মোৰ চাকৰি-বাকৰি নাই বুলি জানি ছুখ কৰিলে। যেতিয়া জানিলে মোৰ হাতত এতিয়াও কিছু টকা আছে, শ্বিলঙলৈ মাতিলে কাৰবাৰৰ অংশীদাৰ হবলৈ। কওঁতে ক'লে যে মোৰ টকা নেথাকিলেও কোনো কথা নাছিল, পিচে নিজৰ টকা কাৰবাৰত খাটিলে মানুহে বেছি মনোযোগেৰে কাম কৰে। মইও এবাৰ কওঁতেই ৰাজি হৈ গ'লো। বস্তু-বাহানি লৈ সিদিনাখনেই সন্ধিয়াৰ বাছত আহি শ্বিলং পালো।

"শ্বিলঙলৈ আহি ভালেই লাগিল। কাৰবাৰৰ যি কৰিব লাগে



দদাইদেৱেই কৰে। মোৰ কাম হিচাব-পত্ৰ লিখা আৰু খবৰা-খবৰ কৰা। বেছ আছিলো। 'জেনী' বোলা ছোৱালী এজনীক প্ৰায় বিয়া কৰোৱাৰ নিচিনাই। কিন্তু সুখ মোৰ কপালত লিখা নাই। এদিনাখন কিবা কামত গৈছিলো—বৰ বজাৰলৈ। বজাৰত দেখা পালো জেকবক! তাৰ লগত আৰু এজন মানুহ। মই সাউৎকৈ দোকান এখনৰ আঁৰ হ'লো। তাৰপৰা জুমি চালো—জেকবেই হয়, তাত সন্দেহ নাই। হয়তো অকমান শকত হৈছে, আন একো পৰিৱৰ্ত্তন হোৱা নাই। তাৰ কেদিনমান পিচত ভাৱালবাম বাবুক দেখা পালো গাড়ীৰে পাৰ হৈ যোৱা। খবৰ লৈ জানিলো সিন্হানিয়া কোম্পানীয়ে শ্বিলঙতো অফিচ খুলিছে। শ্বিলঙত মোৰ দিন শেষ। এদিন নহয় এদিন গৈ বাবুৰ ভাড়া কৰা গুণ্ডাৰ হাতত পৰিম—ইয়াতে থাকিলে। কিন্তু সেই একেই প্ৰশ্ন, যাম ক'লৈ? উপায় নাপাই সকলো কথা দদাইদেউক কলো, তেখেতে আশ্বাস দিলে কিবা বন্দোৱস্ত কৰি দিয়াৰ। পিচদিনা তেখেতে কলে যে কৰবাত শুনি আহিছে দণ্ডকাৰণ্য প্ৰজেক্টৰ পৰা হেনো বহুত মানুহ পলাইছে। সেইবাবে কোনো ৰিফিউজি যদি এতিয়াও দণ্ডকাৰণ্যলৈ যাওঁ বোলে চৰকাৰে বিবেচনা কৰি চাব। দৰ্খাস্ত দিবৰ বাবে লগত ইমিগ্ৰেচন ছাৰ্টিফিকেট খন লাগে।

"ক'ত মোৰ ইমিগ্ৰেচন ছাৰ্টিফিকেট, হেৰাইছে নে উইয়েই কুটিছে। নতুন এখনৰ বাবে দৰ্খাস্ত দিব লগীয়া হ'ল। তাতেই প্ৰথমে লগ পালো হৰিচৰণ বাবুক। দৰ্খাস্ত দিয়াৰ দিনাখন তেখেতে একো নকলে। তাৰ পিচত এদিন খবৰ কৰিব যাওঁতে বহুত কথা সুধিলে, 'নাম কি? ঘৰ ক'ত? বয়স কিমান, আত্মীয়-স্বজন বা চিনাকি মানুহ আছে নে নাই; ইয়াৰ আগতে ক'ত আছিলো?' মই আটাইবোৰ সঁচা উত্তৰেই দিছিলো; কিন্তু তেখেতৰ মুখ দেখি ভাব হ'ল মোৰ কথাবোৰ বিশ্বাস কৰা নাই। শনিবাৰে আকৌ গলো তেখেতক অফিচৰ পিচত লগ ধৰি মই দণ্ডকাৰণ্যলৈ

যাব ওলোৱাৰ আচল কাৰণটো কম বুলি। কিন্তু কোৱা আৰু নহ'ল। হৰিচৰণ বাবু অফিচৰ পৰা ওলাল। ধাৰাসাৰ বৰষুণ। মোক দেখা পাই মাতিলে ঘৰলৈ। অলপ দূৰ গৈছো, ভাৱ হ'ল কোনোবাই আমাৰ পিচ লৈছে। মুখখন ঘূৰাই চাওঁ, লাইটৰ পোহৰত দেখা পালো জেকবক, চিকাৰী কুকুৰৰ নিচিনা মোৰ পাছ লৈছে। হৰিচৰণ বাবুক একো নোকোৱাকৈ লৰি গৈ বন্ধ বিড়ী চিগাৰেটৰ দোকানৰ পিচ্ পিনে বহি পৰিলো। তেখেত আচৰিত হলেও একো নকলে, নিজ বাটে বাটে গৈ থাকিল—যেন একো হোৱা নাই। পাঁচমিনিট মান পাছত ওলাই আহিলো নিৰাপদ যেন ভাৱি। অলপ দূৰ আগুৱাই গলো, দেখো হৰিচৰণ বাবুক খুন কৰি পেলাই থৈ গৈছে। লাচ দেখা পাই মোৰ মূৰ ঘূৰি গ'ল। ওৰে বাট প্ৰায় দৌৰি আহি 'জেনী'ৰ ঘৰ ওলালো। তাত দুদিন ধৰি অকল মূৰত খেলালে এইটো সিন্হানিয়া কোম্পানীৰ কাম, মোক ফচাবৰ বাবে, মোক দাগী খুনী প্ৰমাণ কৰিবৰ বাবে। পলাব লাগিব। শ্বিলং এৰি পলাব লাগিব। ঘৰলৈ উভটিলো বয়-বস্তু কিছু লওঁ বুলি; দেখো ঘৰৰ আগে পিচে পুলিচ পহৰা। গুচি আহিলো তাৰপৰা, দুদিন মান ৰখি আকৌ আহিলো, চাওঁ পুলিচ পহৰা গুচা নাই। ইতিমধ্যে জেনীৰ দেউতাকে হুকুম দিলে ঘৰৰ পৰা ওলাই যাবলৈ। জেপত পইচা এটা নাই। ঠিক কৰিলো পুলিচৰ হাতত ধৰা দিবলৈ। ফাঁচি হলেও অন্ততঃ বিচাৰৰ পিচত হব।"

ইমানখিনি কথা কৈ যোগেশ চৰকাৰ ভাগৰি পৰিছিল। কনক গোস্বামীৰ ভাৱ হ'ল—কথাখিনি ওলাই যোৱাত যোগেশ চৰকাৰৰ গাল দুখন আৰু ভিতৰলৈ সোমাই গ'ল। চকু দুটা আৰু গাঁতত সোমাল।

ৰবীন হাজৰিকাই কিলাকুটিৰে টেবুলত আউজি থকা অৱস্থাৰ পৰাই সুধিলে, "চিঠিখন ক'ত আছে? নিশ্চয় লগত লৈ ফুৰা নাই।"



"দদাইদেউৰ কাৰবাৰৰ পুৰণি হিচাব-পত্ৰৰ বহি এখনত এঠা মাৰি লুকাই থোৱা আছে। মোৰ লগত কোনোবা মানুহ দিলে উলিয়াই দিব পাৰিম।"—যোগেশ চৰকাৰে কলে।

"আৰু এটা কথা মাত্ৰ, মহলৰ সেই চকিদাৰজন, কেৱলৰাম বাবুক ৰাতি পানী উলিয়াই দিয়া সময়ত যে আপোনাৰ লগত আছিল তাৰ নাম আৰু ঠিকনা মনত আছে নে নাই?"

"তাৰ নাম মুকুন্দ, মহলৰ ওচৰতে থাকে। ঘৰ এটা বান্ধি লৈছে। ল'ৰা-তিৰোতাও লগতে থাকে।"

ৰবীন হাজৰিকাই চকীদাৰ জনৰ নামটো কাগজত লিখি ললে। তাৰ পিচত বেৰত ওলমি থকা ঘড়ীটোৰ পিনে চাই জাপ মাৰি উঠিল, "এঃ, এক বাজিলেই! গোস্বামীক তেতিয়াৰ পৰাই বহাই থৈছো। মঙ্গল সিঙেও দেখিছো একো নকৰিলে। ময়ো বহি থাকিলো। ছিঃ ছিঃ ছিঃ, আপুনি নিশ্চয় বৰ বেজাৰ পাইছে।"

গোস্বামীৰ মুখত কিন্তু বেজাৰ পোৱাৰ কোনো লক্ষণ দেখা নগ'ল। হামি এটা কাঢ়ি কলে, "জুইৰ ওচৰত মহা আৰামত বহি আছিলো।"

হাজৰিকাই কিন্তু খপ্‌জপাই ঠিয় দিলে—"ব'লক ব'লক, আপোনাৰ যোৱাৰ কিবা এটা ব্যৱস্থা কৰো।" তাৰে পিচত যোগেশ চৰকাৰৰ পিনে ঘূৰি চাই কলে, "আপুনি অলপ বহক, মই এতিয়াই আহিছো।"

## ॥ দহ ॥

'এল্‌ডোৰেডো' ক্লাবৰ সমুখত তিনিখনমান গাড়ী ঠিয় দি আছিল। আটাইকেইখনেই মিলিটেৰীৰ। এনেতে আৰু এখন ফিয়াট গাড়ী আহি সোমাল। হাজৰিকাই ভালেখিনি সকাহ পালে যে তেখেতেই প্ৰথম আগন্তুক নহয়; ঘড়ীটো চালে, ন-বাজিবলৈ পোন্ধৰ মিনিট। নিমন্ত্ৰণী পত্ৰত লিখা আছে ৰাতি ন-বজাত। কিন্তু জাৰৰ দিনত ৰাতি ন-বজালৈ অতিথি যাবলৈ ৰখি থকাটো এক বিড়ম্বনা। সন্ধিয়া ছ-বজাৰ পৰাই দহ মিনিটে দহ মিনিটে ঘড়ীৰ কাঁটা চাই থকা হৈছে ন-বজাৰ আশাত। অৱশেষত ন-বজাৰ আশা বাদ দি হাজৰিকা ঘৰৰ পৰা ওলাল চাৰে আঠ বজাত। খোজ কাঢ়িয়েই আছিল সময় কটাবৰ বাবে। তথাপি পোন্ধৰ মিনিট আগেয়ে আহি ওলাল।

ক্লাবলৈ অহাৰ ইচ্ছা হাজৰিকাৰ পোনতে একেবাৰেই নাছিল। মেনেজাৰ পৱন শৰ্মাই প্ৰথমে এখন নিমন্ত্ৰণী পত্ৰ পঠিয়ালে, তাৰে পিচত ফোন, শেষত নিজে গৈ ওলাল। হাজৰিকাৰ ওজৰ, তেখেতৰ সেইবোৰৰ বয়স নাই, তাৰোপৰি পুলিচৰ মানুহ, সন্দেহজনক ক্লাবলৈ যোৱাটোও ঠিক নহয়। কোনোটোৱেই নিটিকিল। ওলোটাই শৰ্মাইহে কলে, "আপুনি আৰু এবাৰ আহি নিজ চকুৰে চাই লব যে আমি কোনো আইন ভঙা নাই।" আইন যে ভঙা নাই তাত হাজৰিকাৰ সন্দেহ নাছিল। বহু বছৰ পুলিচত কাম কৰি অন্ততঃ হাজৰিকাই এইখিনি শিকিছে যে আইন ভাঙে নিতান্ত মূৰ্খ আৰু অতিলোভীবোৰে। পৱন শৰ্মাক আন যিয়েই বোলক, মূৰ্খ বুলিব নোৱাৰি। নিতান্ত উপায় নাপাই ৰবীন হাজৰিকা ৰাজি হ'ল 'এল্‌ডোৰেডো' ক্লাবৰ নৱ বছৰ,



(ইংৰাজীতে যাকে কয় নিউ ইয়াৰ্চ নাইট পাৰ্টি) সম্বৰ্ধনী নৈশ ভোজত, মেনেজাৰৰ ব্যক্তিগত অতিথি হিচাবে যোগ দিবলৈ।

ক্লাবৰ বাৰান্দাত উঠিয়েই হাজৰিকাই বুজিলে, চিঠিত ন-বজা লিখা থাকিলেও এঘাৰ বাৰ বজাৰ আগতে 'এল্‌ডোৰেডো' ক্লাবত কোনো পাৰ্টি আৰম্ভ নহয়। যিটো কোঠাত আগতে টেবুল-টেনিচ খেলাৰ টেবুল দেখিছিল তাত কেজনমান ডেকা ল'ৰাই কাগজৰ শিকলি, চীনা লণ্ঠন আনি নানান অলঙ্কাৰ ওলোমোৱাত ব্যস্ত। বোধহয় নাচৰ ব্যৱস্থা হব। আন কোঠাটোত চাৰি-পাচজন উৰ্দি পিন্ধা বেয়াৰাই টেবুলত কাঁটা-চামোচ সজাব ধৰিছে। বাৰান্দাৰ এচুকত চেঙেলীয়া কেপ্টেইন এজনে কেজনীমান ছোৱালীৰ লগত অঙ্গিভঙ্গী কৰি কোনো ঘটনাৰ বৰ্ণনা দি হঁহুৱাব ধৰিছে।

হাজৰিকাই ক্লাবৰ ভিতৰলৈ নগৈ বাৰান্দাতে উলিয়াই থোৱা চোফা এখন অধিকাৰ কৰি বহি নিজকে দোষ দিলে আগতীয়াকৈ অহা বাবে। এবাৰ ভাবিলে বেয়াৰা এজনক মাতি পৱন শৰ্মা বা গোস্বামীৰ খবৰ লব নেকি? এনে সময়তে হাতত এজাপ কাগজ লৈ ব্যস্ত ভাবে ওলাই আহিল খোদ পৱন শৰ্মা। হাজৰিকাক দেখা পাই প্ৰায় জাপ মাৰিয়েই উঠিল, "এঃ, হাজৰিকা আপুনি মনে মনে বহি আছে! কাম্ ইনসাইড্, কাম্ ইনসাইড্! আপুনিনো এই আন্ধাৰ বাৰান্দাত অকলে অকলে বহি থাকিব লাগে নে?" কাগজখিনি চকী এখনত থৈ হাজৰিকাৰ বাউসিত ধৰি ভিতৰলৈ লৈ গ'ল—অনৰ্গল কথাৰে হাজৰিকাক বুৰাই পেলালে। "বাহিৰ ঠাই চেঙেলীয়াবোৰৰ বাবে। আপোনাৰ দৰে চলিড মানুহে বাৰত হে শোভা পায়। বেয়াৰা কেইটাও অকৰ্মণ্য। মই সিহঁতক স্পেছিয়েলি কৈ থৈছো আপোনাৰ কথা।" শৰ্মাই উশাহ ঘূৰাবৰ বাবে কথা অকমান বন্ধ কৰাত হাজৰিকাই সুধিলে, "গোস্বামী অহা নাই নে?"

"কোন? কনক গোস্বামী? নাই, তাৰ কি জানো হৈছে,

দহদিনমান ক্লাৱত দেখাই দিয়া নাই। খ্রীষ্টমাচ্ পাৰ্টিতো নাহিল। আগতে পাৰ্টি বুলিলে তাৰ তৎ নাছিল।"

"জ্যোতিষ, সিও অহা নাই নেকি?"

"বৰুৱা আহিছিল, অলপ আগতে গাড়ীখন লৈ ওলাই গৈছে; আহিব এতিয়াই। গোস্বামীও আহিব বোধহয়। কালি তাৰ ঘৰলৈও গৈছিলো, লগ নেপাই চিঠি এখন লিখি থৈ আহিছো।"

শৰ্মাই হাজৰিকাৰ নিজৰ ব্যক্তিগত কোঠাত অৰ্থাৎ ক্লাৱৰ বাবলৈ আনি জুহালৰ ওচৰত চোফা এখনত বহুৱাই দিলে। তাৰ পিচত দুৱাৰৰ কাষত ঠিয় হৈ থকা জোনাথানক কাণৰ ওচৰত কিবা কৈ আকৌ ঘূৰি আহিল হাজৰিকাৰ ওচৰলৈ। "আপোনাক স্কচ দিব কৈছো, কোনো আপত্তি নাই তো?"

"বৰ বেছি ওপৰলৈ গ'ল নেকি?" হাজৰিকাই হাঁহি কলে, "সাধাৰণ পুলিচ অফিচাৰ, সিমানলৈ ঢুকি নাপাওঁ।"

"কি যে কয় আপুনি! আপুনি মোৰ গেষ্ট নহয়, ক্লাৱৰহে গেষ্ট"—শৰ্মাই চকুটো টিপিয়াই দিলে "অল ডিক্রীচ্ ফ্রি। বাৰু আপোনাৰ এখেতৰ লগত চিনাকি আছেনে নাই? এখেত হৈছে মিঃ কৃষ্ণেন্দু হালদাৰ, আমাৰ ক্লাৱৰ বিশিষ্ট সভ্য।"

হাজৰিকাই তেতিয়াহে লক্ষ্য কৰিলে কাষৰ ক'লা ৰঙৰ কাভাৰ লগোৱা চোফাখনত বহি থকা ক'লা ৰঙৰ চুট পিন্ধা ক'লা ৰঙৰ মানুহজনক।

"আৰু এখেত হৈছে"……

"জানো, জানো এখেতক নো আৰু চিনাকি কৰি দিব লাগে নে?" কৃষ্ণেন্দু হালদাৰে কথাখিনি শেষ কৰিব নিদিলে পৰন শৰ্মাক। "এয়ে আজিকালি মজা, এক ডজন এচ্-পি, ডি-এচ্-পিৰ কাকো মানুহে চিনি নেপায়, কিন্তু থানাৰ ও-চি.ক নিচিনা মানুহ নাই। গোস্বামী সম্পৰ্কত আপোনাৰ ভতিজা হয়, নহয় জানো?"

"আপুনি অকমান বহক হাজৰিকা, কথা-বতৰা পাতক। মই এই আহিছো"—শৰ্মাই হাজৰিকা আৰু হালদাৰৰ পিনে মূৰটো দোঁৱাই ব্যস্ত ভাৱে ওলাই গ'ল। তাৰ ঠাইত সোমাই আহিল জোনাথান।



সমুখত আনি হাজিৰ কৰা ট্ৰেৰ পৰা গিলাছটো তুলি লৈ হাজৰিকা অকমান ৰ'ল, জোনাথান আঁতৰ হোৱালৈ বাট চাই। তাৰ পিচত কলে, "জ্যোতিষহে সম্পৰ্কত মোৰ ভতিজা হয়। গোস্বামী বামুণ মানুহ।"

"ও, চাৰ আপোনালোকৰ অসমীয়া উপাধিবোৰ ইমান এঁকা-বেঁকা। একো গমকে ধৰিব নোৱাৰি। বৰুৱা আহোমও আছে, বামুণও আছে, আৰু ক্ষত্ৰিয়ও আছে। তেনেকৈ ফুকন কাৰ উপাধি ইমান বছৰ অসমত থাকিও ধৰিব নোৱাৰিলো। আমাৰ বঙালী উপাধিবোৰ সেই হিচাবে বহু সুবিধাৰ। চেটাৰ্জী, বেনাৰ্জী, মুখাৰ্জী, সকলোবোৰ বামুণ, ঘোষবোৰ সাধাৰণতে সদ্‌গোপ। দত্তবোৰ কায়স্থ। সকলো চিজিল লগাই থোৱা আছে।"

"তেনেকৈ চাব গলে দক্ষিণ ভাৰতীয় নামবোৰ সুবিধাৰ, আৰু বৈজ্ঞানিকৰ নাম বাৰু কিয় লাগে? চিনাক্তকৰণৰ বাবেহে। যাতে আপোনাক আৰু চল্লিশ কোটি মানুহৰ মাজত ভুল নহয়। এতিয়া দক্ষিণ ভাৰতীয় নামবোৰ চাব কেনেকুৱা? অমুক জিলাৰ অমুক গাৱঁৰ অমুকৰ ল'ৰা অমুক। আপুনি নামটো জানিলেই হ'ল। পুলিচ পঠিয়াই এৰেষ্ট কৰি লৈ আহক।" হাজৰিকাই গিলাছত সোঁহা এটি মাৰি আকৌ ক'লে, "যদি মোক মানুহ এজন লগা হয় আপোনালোকৰ নাম উপাধি লৈ মই পুলিচ অফিচাৰে কি কৰিম? ছোৱালী বিয়া দিয়াত বাদে জাতিটো কোনো কামত নাহে। আপোনাৰ নাম বাৰু কৃষ্ণেন্দু হালদাৰ। কিন্তু গোটেই ভাৰততে বিচাৰিলে কেশমান কৃষ্ণেন্দু হালদাৰ ওলাব। আপুনি এতিয়া তাৰে ভিতৰত কোন জন? বৈজ্ঞানিক ভাৱে আপোনাৰ নামাকৰণ কৰিব লাগিলে প্ৰথমে লাগিল

আপোনাৰ বাসস্থান। আপোনাৰ উচ্চাৰণতে বুজিছো ইষ্ট পাকিস্থানত ঘৰ আছিল। জিলা ?"

"ফৰিদপুৰ।"

"গাওঁ ?"

"বড় ইদ্রিচপুৰ।"

"তেনেহলে আপোনাৰ নাম হোৱা উচিত আছিল ফৰিদপুৰৰ বড় ইদ্রিচপুৰৰ অমুকৰ ল'ৰা কৃষ্ণেন্দু হালদাৰ। নামটো শুনিলেই গম পাব আপুনি কোন। পৃথিবীৰ এই তুশ কোটি মানুহৰ ভিতৰত কাৰো লগতে আপোনাক ভুল নকৰে। আপোনাৰ গাৱঁৰ নামটো কি বুলি কৈছিল ?"

"বড় ইদ্রিচপুৰ।"

"অঁ।"

কৃষ্ণেন্দু হালদাৰে বোধহয় কিবা কব খুজিছিল। এনেতে পিচ পিনৰ পৰা কোনোবাই চিঞৰি ক'লে, "হাজৰিকা, পলাওক, পলাওক। হালদাৰৰ হাতত পৰিলে কণ্ট্রেক্ট এটি নিদিয়াকৈ সাৰি যাব নোৱাৰে। একো নাপালে তেখেতে আপোনাৰ পৰা আচামী ধৰি দিয়া কণ্ট্রেক্টকে লব।" ৰবীন হাজৰিকাই মুখখন ঘূৰাই কনক গোস্বামী আৰু জ্যোতিষ বৰুৱাক দেখি অলপ হাঁহি ক'লে, "গোস্বামীয়ে আপোনাৰ কথা সোধাত শৰ্মাই ক'লে যে আপুনি হেনো নিখোজ হৈ গৈছে।"

"ইয়াৰ কথা আৰু নকব।" উত্তৰ দিলে জ্যোতিষ বৰুৱাই— "কামত ব্যস্ত। মানুহে শুনিলে বিশ্বাস নকৰিব। তাক মই এতিয়া অফিচৰ পৰা ধৰি লৈ আহিছো। চৰকাৰী কৰ্মচাৰীৰ কামৰ প্ৰতি ইমান আসক্তি অত্যন্ত সন্দেহজনক।"

"তহঁতৰ দৰে পুলিচ অফিচাৰবোৰে কাম নকৰি পাৰ্টি খাই ফুৰা বাবে খিলঙত চোৰ-ডকাইতবোৰে মিট্‌মিটাই ফুৰিছে।" গোস্বামীয়ে উত্তৰ দিলে।



"কথাটো কিন্তু মোৰ গাত নাখাটিল। মই ছুটীত আছো" —গা পাতি ললে হাজৰিকাই।

"মই এই চোৰাংচোৱা বৰুৱাক লক্ষ্য কৰিহে কৈছিলো হাজৰিকা। আপোনাৰ ওপৰত মোৰ অসীম শ্ৰদ্ধা ; এই জোনাথান, ইপিনে ৰাম—বেগৰ পানী, আৰু বৰুৱা চাহাবক সোধ কি লাগে।" তাৰে পিচত আকৌ হাজৰিকাক হাতৰ শকত বেগটো দেখুৱাই ক'লে—"এক মিনিট হাজৰিকা, এই পোৰ্টফ'লিওটো আমাৰ মেনেজাৰৰ অফিচত থৈ আহোঁ।"

"থৈ দে ৰুমৰ কোণতে, কোনে নো নিব।"

"নাই নোৱাৰি, কিছুমান দৰ্কাৰী কাগজ-পত্ৰ আছে।" গোস্বামী পোৰ্টফ'লিওটো হাতত লৈ ওলাই গ'ল পৱন শৰ্মাক বিচাৰি।

জ্যোতিষ বৰুৱাই দীঘল চোফাখনত বহি নিজকে কোৱাদি ক'লে, "এই বছৰ জাৰ কিন্তু সিমান নপৰিল, ডিচেম্বৰ শেষ হবৰে হ'ল।"

"জাৰ পৰাৰ এতিয়াও সময় আছে, ডিচেম্বৰ গৰম হলে, সাধাৰণতে জানুৱাৰীত বেছি ঠাণ্ডা পৰে।" মাত দিলে কৃষ্ণেন্দু হালদাৰে।

"এইয়া হৈছে ইংৰাজী সভ্যতাৰ অন্ধ অনুকৰণ। পাতিবৰ একো কথা নাথাকিলে বতৰৰ কথা পাতিবা।" কোঠালীলৈ সোমাই অহা কনক গোস্বামীয়ে ক'লে।

জ্যোতিষ বৰুৱাৰ লগত একেখন চোফাতে আউজি বহি লৈ গোস্বামীয়ে সুধিলে, "পিচে হালদাৰ খবৰ কি ? বহু দিন দেখাই পোৱা নাই।"

"ক'ত দেখা পাব ? আপুনি ক্লাৱলৈ আহিলেহে। আপোনাক অনুৰোধ এটি কৰিলো, তাকো নাৰাখিলে। টেণ্ডাৰবোৰ কেতিয়া খুলিব জানে নেকি ?"

"কণ্ট্ৰেক্টৰ আশা বাদ দিয়ক। আমেৰিকাৰ চিনেটত দুজন ৰিপাব্লিকান সভ্য হেনো বাঢ়িছে, তাৰ ফলত আমেৰিকাই ভাৰতলৈ দিয়া অৰ্থ সাহায্যৰ পৰিমাণ কমিছে। এই কাৰণেই হেনো কেন্দ্ৰই আমালৈ দিয়া আৰ্থিক অনুদানৰ পৰিমাণ আৰু কমিছে। তাৰ ফলত আমাৰ সকলো পৰিকল্পিত কাম অনিৰ্দিষ্ট কাললৈ স্থগিত ৰখা হৈছে। অৰ্থাৎ, কণ্ট্ৰেক্টৰ মালিক আমেৰিকাৰ চিনেট; আমাৰ একো হাত নাই।"

"গোস্বামীৰ সকলো সময়তে ধেমালি। বকুৱাই দেখোন আকৌ ক'লে আপুনি দিন-ৰাতি কামত ব্যস্ত।" হালদাৰে অলপ হাঁহি ক'লে।

"নিতান্ত ব্যক্তিগত কাৰণ, নিতান্ত ব্যক্তিগত। কনক গোস্বামী ইমান মূৰ্খ নহয় যে ছুটীৰ দিনতো ৰাইজৰ সেৱা কৰিব। মোৰ থেচিচ্ জমা দিয়াৰ দিন আহি গৈছে, ইপিনে একো লিখাই হোৱা নাই।"

ৰবীন হাজৰিকাই জুহালৰ ওচৰত বহি টোপনিয়াব ধৰিলে। দামী স্কচ খিনিয়ে বুকুৰ তলখিনিত যেন গৰম সেক দিব ধৰিছে। ইপিনে আন ছুটা কোঠাৰ পৰা বাঢ়ি অহা কোলাহল হাঁহি আৰু হাত-চাপৰিয়ে ক্ৰমবৰ্দ্ধমান অতিথিৰ সাক্ষী দিছে। মূৰত কিবা এটি ভাৱ, কিবা এটা শব্দ ঘূৰি ফুৰিব ধৰিছে। হাজৰিকাই যিমানে চেষ্টা কৰে শব্দটো আনি বাক্যৰ ঠিক ঠাইত থবৰ বাবে, সিমানে পিছলি ওলাই যায়। কোনোবাই যদি সেই মুহূৰ্ত্ততে সুধিলে হয় হাজৰিকা কি ভাৱিছে, তেখেতে খপ্‌জপাই উঠি ক্ষমা খুজিলে হয় টোপনি যোৱা বাবে।

হাজৰিকাৰ টোপনি যোৱা নহ'ল। চিঞৰ-বাখৰ কৰি কোঠালীলৈ সোমাই আহিল পৱন শৰ্মা। অকলেই এশজন। মূৰত এটি স্কুলীয়া গাধৰ টুপিৰ দৰে জোঙা ক'লা বগা দাগটনা কাগজৰ টুপি, তাৰ পৰা আকৌ ৰচীৰে ছুটা বল ওলোমাই থোৱা আছে। "এ, আপোনালোক ইয়াত, সিপিনে পাৰ্টি আৰম্ভ হৈ



গৈছে—কাম্ অন্, কাম্ অন্, ভেৰী ইণ্টাৰেষ্টিং গেম ইজ গোইং অন। ব'লক ব'লক, ছুজনকৈ পুলিচ অফিচাৰ ইয়াত বহি আছে, সিপিনে ডিটেক্টিভৰ খেলা চলি আছে।"

"ডিটেক্টিভৰ খেলনো কি?" হাজৰিকাই সুধিলে।

"ভেৰী ইণ্টাৰেষ্টিং—বুজিছে, এটা কোঠাত লাইট নাই। একেবাৰে এন্ধাৰ। এখন দুৱাৰেৰে এজন ল'ৰা সোমাই যাব, আনখন দুৱাৰেৰে এজনী ছোৱালী, ইউ জাষ্ট কিচ্। তাৰ পিচত ওলাই আহি কব লাগিব ল'ৰাজন কোন বা ছোৱালীজনী কোন। কথা পাতিব নোৱাৰে। ভিতৰত জুৰি এজন বহি থাকিব। যেয়ে আটাইতকৈ বেছি চিনাক্তকৰণ কৰিব তেওঁক বছৰটোৰ ডিটেক্টিভ উপাধি দিয়া হ'ব আৰু লগতে প্ৰাইজ।"

ৰবীন হাজৰিকাই হাতযোৰ কৰি কলে, "অনুগ্ৰহ কৰি মোক বাদ দিয়ক। এইবোৰ ৰাসলীলাত অংশগ্ৰহণ কৰা বুলি জানিলে ঘৰৰ পৰা ওলোৱাই বন্ধ কৰি দিব। এনেয়ে কৈ থাকে মতা-মানুহত সজাত নাই।"

"সেইটো কেনেকৈ হ'ব মিষ্টাৰ হাজৰিকা, আমাৰ পুলিচ বাহিনীৰ দক্ষতা যদি আপুনি নেদেখুৱাই"—শৰ্মাই কলে।

"মই বৰ তলখাপৰ অফিচাৰ শৰ্মা। মোৰ হাতত যিবোৰ আচামী পৰে সিহঁতক গোন্ধ লৈ ধৰিব নালাগে। দহফুট দূৰৰ পৰাই নোধোৱা গা, বিৰি আৰু দেশী মদৰ গোন্ধ পাব। আৰু যিবোৰ ভাল গোন্ধৰ আচামী—," হাজৰিকাই দেখুৱাবলৈ বুলি হুমুনিয়াহ এটি কাঢ়িলে, "অৰ্থাৎ, যিবোৰৰ গা দামী চেণ্ট বা আঁতৰেৰে মল্‌মলাই থাকে, তেখেত সকলক ধৰিব খোদ বৰ চাহাব যায় ডি.-চিৰ লগত, কিন্তু ডাঙৰ মাছ বৰশীত ধৰি লাভ কি, ৰাখিব নোৱাৰিলে। তেখেত সকলৰ গাত হাত দিলে ইন্দ্ৰৰ সিংহাসনও ল'ৰে। বাদ দিয়ক সেইবোৰ কথা, এই ডেকা ল'ৰা কেজনক লৈ যাওক, মই বহিছো অকমান।"

হাজৰিকাৰ অনুমতি পায়েই শৰ্মাই বাকী তিনিজনক প্ৰায় টানি নিয়া দি লৈ গ'ল খেলত যোগ দিবলৈ। হাজৰিকাই অকমান লৰি বহিল। চকুত পৰিল তেখেতৰ অজানিতে জোনাথানে কাষৰ সৰু টেবুলখনত এপেগ স্কচ্ আৰু নিমখীয়া কাজু বাদাম থৈ গৈছে। টেবুলখন হাজৰিকাই ওচৰ চপাই ল'লে। কাণত পৰিল কাষৰ ৰুমত হঠাতে বাঢ়ি যোৱা গোলমাল, হাঁহি আৰু হাত-চাপৰিৰ শব্দ।

তাৰ পিচত সোমাই আহিল ৰঙা পৰি যোৱা মুখখনেৰে সৈতে কনক গোস্বামী। "মোক খেলৰ পৰা বাহিৰ কৰি দিলে আইন ভঙ্গা বুলি।" ফিৰি অহাৰ কাৰণটো কৈ গোস্বামীয়ে আগতে কৃষ্ণেন্দু হালদাৰ বহা চোফাখনত বহি এৰি যোৱা ৰামৰ গিলাছটো তুলি ললে, "তাৰ পিচত কেনে খবৰ? বহুদিন ল'গ পোৱা নাই।"

"কি আৰু খবৰ হ'ব? আছো কোনো ৰকমে, ছুটীত থাকিলে মানুহৰ যি হয়।"

"হঠাতে ছুটী ললে যে—"

"পাবলগীয়া আছিল, লৈ থলো, তাৰোপৰি মিছেচে আপত্তি কৰি থাকে শ্বিলঙত বৰ ঠাণ্ডা বুলি। তেওঁকো ককায়েকৰ ঘৰত থৈ আহিলো ল'ৰা-ছোৱালী কেইটাৰে সৈতে। ফিৰাৰ সময়ত বিৰিণাবাৰীতো সোমালো।"

"গগৈ মাষ্টৰ আৰু কুলিজন যে খুন হৈছিল, তাতেই নহয় জানো?"

"অঁ।"

"কিবা লাভ হ'ল?"

"এতিয়াও ক'ব নোৱাৰি। মুকুন্দ বোলা চকিদাৰজনক— কেৱলৰামে ৰাতি পানী খোজাৰ সময়ত যি জন মানুহ যোগেশ চৰকাৰৰ লগত আছিল, তাক বিচাৰি উলিয়ালো। প্ৰথমতে সি



একোয়ে নাজানে, পাচত গালি-শপনি আৰু ভয়ৰ হেঁচাত সকলো স্বীকাৰ কৰিলে, তাৰ কথাবোৰ যোগেশ চৰকাৰৰ লগত মিলি গৈছে, অৱশ্যে আটাইতকৈ ডাঙৰ প্ৰমাণ হ'ল কেৱলৰামে লিখা চিঠিখন।"

"তাৰ মানে কেৱলৰাম বাবুক ফাঁচি দিব নোৱাৰিলেও কেবছৰমান জেলৰ ভাত খুৱাব।"

"ওপৰ মহলালৈ আকৌ লিখিছো অৱশ্যে, গগৈৰ খুনৰ কেচটো পুনৰ খুলিবৰ বাবে অনুমতি বিচাৰি। কি হয় কোনে জানে।"

"ঠিক নুবুজিলো কথাটো, এইটো যে দেখ দেখ প্ৰমাণ।"

"চাওক, ইংৰাজীতে এটা কথা আছে 'আটাইতকৈ ঢিলা আঙঠিতো যিমান টান, শিকলিডাল সিমান টান।' এতিয়া চৰকাৰৰ শিকলিডালৰ কোনটো আঙঠি সিন্হানিয়া ট্ৰেডাৰ্চে ঢিলা কৰি থৈছে কেনেকৈ ক'ব? শিকলিডাল চিগি গলে গম পাম।"

"যোগেশ চৰকাৰ ক'ত এতিয়া?"

"ঘৰতে আছে দদায়েকৰ লগত। তাৰ ওপৰত পুলিচৰ চকু আছে সকলো সময়তে। জেকবৰ পিচতো মানুহ লগাইছো।"

"হৰিচৰণ ভট্টাচাৰ্য্যৰ খুনৰ কেচত তাৰ মানে কাকো এতিয়াও ধৰিব পৰা নাই।"

"সকলো কপাল, গোস্বামী, বুজিছে, আনত নহলেও কপালত বিশ্বাস ৰাখিব। গগৈ মাষ্টৰৰ খুনৰ কেচ কিমান বছৰ পিচত ক'ত ওলাল দেখিছে। তেনেকৈ দেখিব কেতিয়াবা হৰিচৰণ ভট্টাচাৰ্য্যৰ খুনৰ কেচও ওলাব।"

"সিদিনাখন যোগেশ চৰকাৰৰ কথা শুনি বৰ মজা লাগিল। সি মদৰ বেপাৰত আছে, কানিৰ কাৰবাৰত আছে, আনকি মানুহ খুন হৈ যোৱাতো মনে মনে থাকিল। কিন্তু জেলত যোৱাৰ কথাত এনে আচৰিত হ'ল যেন কোনোবা পুণ্যাত্মা পৰমহংসৰ ওপৰত গৰুচুৰিৰ অভিযোগ অনা হৈছে।"

"এইটো একেবাৰে সাধাৰণ কথা, ইমান বছৰে কাম কৰি দেখিছো সাধাৰণ অপৰাধীয়ে যদি নিজকে নিৰপৰাধ বুলি নাভাৱে তেনেহলে অপৰাধ কৰিব নোৱাৰে। সিহঁতে নিজৰ চুৰি, ডকাইতি, খুন সকলো বেলেগ বেলেগ ৰকমে লয়, প্ৰথমতে যিটো যোগেশ চৰকাৰে কৰিছে। যোগেশ চৰকাৰৰ মতে কানিৰ কাৰবাৰ আৰু খুন দোষণীয়, কিন্তু যিহেতু তাৰ কাম অকমান আৰু লাভৰ বৰ সৰু অংশ তাৰ ভাগত পৰে; গোটেইখিনি দোষ সি ভাৱে লাভৰ বেছি অংশ পোৱা সকলৰ, তাৰ মানে কেৱলৰাম সিন্‌হানিয়া আৰু ভগৱান চক্ৰৱৰ্ত্তীৰ। দ্বিতীয় শ্ৰেণীৰ অপৰাধীয়ে ভাৱি লয় তেওঁলোক আটাইতকৈ বুধিয়ক, সেইবাবে মূৰ্খসকলৰ পৰা দুই-চাৰি পইচা মাৰি লোৱাটো কোনো দোষৰ নহয়। এই শ্ৰেণীৰ অপৰাধীবোৰ সাধাৰণতে চোৰ, পকেটমাৰ, সৰুসুৰা ঠগবাজ। তৃতীয় শ্ৰেণীৰ অপৰাধীয়ে 'মই নকৰিলে আন কোনোবাই কৰিলে-হেঁতেন' বুলি নিজৰ ওচৰত নিজকে সৎ প্ৰমাণ কৰে। এইবোৰ সাধাৰণতে ঘোচখোৰ, খোৱাবস্তুত ভেজাল মিহলায় অথবা কণ্ট্ৰেক্টৰৰ লগ হৈ চৰকাৰৰ পইচা খায়। কিন্তু আটাইতকৈ উচ্চ শ্ৰেণীৰ অপৰাধীবোৰে নিজকে নিৰপৰাধ প্ৰমাণ কৰাৰ প্ৰয়োজন বোধ নকৰে। এই শ্ৰেণীৰ অপৰাধী সাধাৰণতে অত্যন্ত বুদ্ধিমান আৰু বুজি পায় নিজৰ অপৰাধ; কিন্তু যিহেতু প্ৰয়োজন, তেওঁ চকুৰ নিমিষ এটা নকৰাকৈয়ে জঘন্যতকৈ জঘন্য অপৰাধ কৰি যাব। অপৰাধৰ প্ৰতি তেওঁলোকৰ যেনে কোনো বিশেষ আকৰ্ষণ নাই তেনেকৈ কোনো ঘৃণাও নাই। সাধাৰণতে অপৰাধমূলক কামবোৰ পাৰিলে আনৰ হতুৱাই কৰায়, দৰকাৰ হলে নিজেও কৰে আৰু প্ৰায় কোনোদিনেই ধৰা নপৰে। আমাৰ কেৱলৰাম সিন্‌হানিয়াই আপোনাক এই শ্ৰেণীৰ অপৰাধী সম্পৰ্কে এটি ধাৰণা দিব।"

"সাধাৰণ মানুহৰ মাজত যে অপৰাধৰ সংখ্যা দিনক দিনে বাঢ়ি গৈছে সেইটো আপুনি কেনেকৈ বুজাব?"



"সেইটো আপোনাৰ ভুল ধাৰণা যে সাধাৰণ মানুহৰ মাজত অপৰাধ-প্ৰৱণতা বাঢ়িছে। ওপৰ মহলাত আৰু শিক্ষিত সমাজত যি হাৰে অপৰাধৰ সংখ্যা বাঢ়িছে তাৰ আধা সাধাৰণ মানুহৰ মাজত বঢ়া হলে আপোনাৰ ৰান্ধনি ঘৰৰ বাচন-বৰ্তন, বাৰীৰ শাক-পাচলি, আনকি ৰ'দত শুকাব দিয়া ছাৰ্টটোও কেতিয়াবাই নোহোৱা হৈ গ'ল হয়। আপুনি বৰং সাধাৰণ মানুহক প্ৰশংসা কৰিব লাগিব যে নিজকে ইমান সাধু আৰু সংযত কৰি ৰাখিছে।"

"আপুনি যদি ইমান নিশ্চিত যে ওপৰ মহলাতহে বেছি অপৰাধমূলক কাম হয়, ওপৰ মহলাৰ অপৰাধ বাৰু আপোনালোক পুলিচে হাত সাৱতি চাই থাকে কিয়?"

"পুলিচ? পুলিচে কি কৰিব? আপোনালোকৰ আইনখনেই ফটা জাল, ডাঙৰ মাছবোৰ ওলাই যায়, সৰুবোৰহে থাকে।"

"সঁচা কথা কি জানে হাজৰিকা?" গোস্বামীয়ে হাতৰ খালী গিলাছটো টেবুলত থৈ কলে, "আপুনি সকলো কথায়েই বৰ সহজ কৰি নিব বিচাৰিছে। ওপৰ মহলাত দুৰ্নীতি সদায়েই আছিল, সদায়েই থাকিব। ৰজা-মহাৰজাৰ দিনত পাত্ৰ-মন্ত্ৰী, আমীৰ-ওমৰাহবোৰ সাধুপুৰুষ আছিল বুলি কব খোজে নেকি? তফাৎ হ'ল আগতে একমাত্ৰ অপৰাধ আছিল ৰাজদ্ৰোহ; তাৰ বাদে চুৰি-চামাৰি, ডকাইতি যি ইচ্ছা কৰে, কৰি থাকক, কোনেও নামাতে। আজিকালি যাক দুৰ্নীতি বোলে তাক আগতে বুলিছিল নজৰাণা। বেছিদূৰ যাব নালাগে—ৰামায়ণ, মহাভাৰত খুলিলেই দেখা পাব আলিৰ কাষত যতেই তিনিডাল গছ একেলগে গজিছিল তাৰে তলতে একোজনকৈ ডকাইত হাতত টাঙোন লৈ বহি থাকিছিল।"

"আপুনি এবাৰ মোৰ কথাতে হয়ভৰ দিয়ে, আকৌ এবাৰ মোৰ কথাখিনি ভুল বুলি কয়, আচলতে কি কব বিচাৰিছে?"

"মই কব বিচাৰিছো 'আজি-কালি', 'আগতে', 'মানুহৰ সততা', 'আৰ্থিক দুৰৱস্থা'—এইবোৰ শব্দেৰে কেতিয়াও বুজাব নোৱাৰে

মানুহে কিয় অপৰাধ কৰে। যেতিয়ালৈকে সমাজত ধৰা নপৰা অপৰাধীয়ে সন্মান পায় আৰু সৎ মানুহ বুলি সমাজত বিশেষ সন্মানৰ ব্যৱস্থা নহয় তেতিয়ালৈকে অপৰাধ-প্ৰৱণতা বাঢ়ি যাবই। বাদ দিয়ক সেইবোৰ কথা, নাচিব যাওঁ ব'লক।"

"নাচিব ?"

"আপুনি নাচিব নালাগে, চালেই হ'ব। সিপিনে পার্টি আৰম্ভ হলেই বোধহয়। আমি ইয়াত বহি থকা কথা আটায়ে পাহৰিলে।"

বাতিটোৰ বাদবাকীখিনি সময় কেনেকৈ গ'ল সুধিলে হাজৰিকাই মহা মুস্কিলত পৰিলে হয়। অকল মনত আছে চল্লিশজন মানুহৰ লগত কোনো দিনে নজনা নুশুনা সুৰেৰে 'হেপি নিউ ইয়াৰ' গোৱাৰ প্ৰচেষ্টা। দুজন মানে তেখেতৰ মূৰত এটা জোঙা টুপি পিন্ধাই দিয়াৰ কথা আৰু এজনী গাভৰু ছোৱালীয়ে বাৰে বাৰে কৈ আছিল যে "জীৱন হেনো চল্লিশত হে আৰম্ভ হয়।"

তিনিমান বজাত জ্যোতিষ বৰুৱাই আৰু কনক গোস্বামীয়ে বৰুৱাৰ পুৰণি অষ্টিনখনেৰে হাজৰিকাক আনি ঘৰৰ সন্মুখত নমাই থৈ গ'ল। ল'ৰা-ছোৱালী নোহোৱা খালী ঘৰটোত হাজৰিকাই কলেজীয়া জীৱনতে শুনা বঙলা গান এটি গুণ্ গুণাই এন্ধাৰত চকী-মেজত খুন্দা খাই বিছনাখন বিচাৰি উলিয়ালে। বাহিৰত খাপ লৈ থকা শিলঙৰ জাৰবোৰ সোমাবৰ বাবে শুৱাৰ আগতে হাজৰিকাই খিৰিকীখন খুলি দিলে। তাৰ পিচত লেপখন ডিঙিলৈ টানি লৈ ভাৱ হ'ল—মাজে মাজে ঘৈণীয়েক নোহোৱা হোৱাৰ দৰে সুখ বিবাহিত মানুহৰ জীৱনত নাই।

হাজৰিকাৰ টোপনি ভাগিল ফোনটোৰ ৰিংৰিঙনিত। অভ্যাস-বশত টেবুলৰ ঘড়ীটোলৈ চালে, ছয় বাজিব পোন্ধৰ মিনিট আছে। খোলা খিৰিকীখনেৰে এন্ধাৰবোৰ কোঠালীৰ পৰা ওলাই যাব ধৰিছে। ফোন কৰিছে জ্যোতিষ বৰুৱাই।

ফোনটো থৈ কাপোৰ পিন্ধি অফিচৰ জিপখন লৈ হাজৰিকা



যেতিয়া চিভিল হস্পিটাল পালেগৈ তেতিয়াও ছয় বজা নাই। হস্পিটালৰ বাহিৰৰ বাৰান্দাৰ খট্‌খটিৰে থিয় হৈ আছে জ্যোতিষ বৰুৱা। যেনি তেনিকৈ পিন্ধা কাপোৰৰ ওপৰত পিন্ধা আছে ওভাৰকোট, মূৰত টুপি নাই। শেতা মুখখনত স্পষ্ট হৈ ওলাইছে পুৱাৰ দাড়িখিনি। হাজৰিকাই ড্ৰাইভাৰক ৰাখিব কৈ আগুৱাই গ'ল বৰুৱাৰ ওচৰলৈ।

"এতিয়া কেনে আছে ?" হাজৰিকাই সুধিলে।

ৰেচিডেণ্ট ডাক্তৰজনে কলে, "দেখাত বিপদজনক একো নাই, কিন্তু ভিতৰত কিবা হব পাৰে। ৰেডিঅ'লজিষ্টক মতাই আনিছে। এতিয়া এক্সৰে ফটো লব ধৰিছে। অলপ পিচত গম পাম।"

"জ্ঞান আহিছে নে নাই ?"

"নাই অহা, সেইবাবেহে চিন্তাত পৰিছো।"

"এইটো হব পালে কেনেকৈ ?"

"কব নোৱাৰো। আপোনাক নমাই থোৱাৰ পিচত তাক নমাই দিলো। তাৰ পিচত ঘৰলৈ গৈ কাপোৰ সলাই শুলো। টোপনিও আহিছিল। এনেতে টেলিফোন, 'গোস্বামী চিৰিয়াচলি উন্দেদ, কাম টু-দি চিভিল হস্পিতাল।' "

"কোনে প্ৰথমে গম পালে ?"

"ত্ৰিপাঠীয়ে, ভি. এম. ত্ৰিপাঠী নে ভি. এন. ত্ৰিপাঠী তেনেকুৱা একাউণ্টচত কাম কৰে। গোস্বামীৰ থকা ঘৰটোৰ বাকী আধা ভাড়া কৰি থাকে। তেখেতে কয় যে ৰাতি ভালকৈ টোপনি অহা নাছিল। গাড়ী এখন ঘৰৰ সমুখত ৰোৱা যেন লাগিল। তাৰ পিচত কুকুৰটোৱে চিঞৰিব আৰম্ভ কৰিলে। কুকুৰটোৱে অকমান চিঞৰ বন্ধ কৰাত তেখেতে বুজিলে যে গোস্বামী আহিল। তাৰে এমিনিটৰ পিচত কুকুৰটোৱে পাগলৰ দৰে চিঞৰিব ধৰিলে। ইপিনে এমিনিট দুমিনিটকৈ বহু সময় গ'ল, গোস্বামীয়ে দুৱাৰ খোলাৰ শব্দ নাই। তেতিয়া তেখেতৰ

মনত পৰিল কেদিনমান আগতে গোস্বামীৰ ঘৰত চোৰ সোমোৱাৰ কথা। বাৰান্দাৰ লাইটটো জ্বলাই দি তেখেত ওলাই আহিল। গেটৰ ওচৰত মানুহ এজন পৰি থকা যেন দেখিলে। ওচৰলৈ গৈ চায় যে গোস্বামী। গোস্বামীৰ চাকৰ-জনক মাতি দুয়ো ধৰি-মেলি গোস্বামীক ঘৰলৈ আনিলে। ঘৰলৈ আনি দেখে মূৰৰ বাওঁপিনে আঘাত পাইছে। তেজ বৰ বিশেষ ওলোৱা নাই দেখি পোনতে ডাক্তৰ মতা নাছিল। কিন্তু ঘৰলৈ অনাৰ আধা ঘণ্টা পিচতো জ্ঞান নহাত, ওচৰৰে ডাক্তৰ এজন মতাই আনিলে। ডাক্তৰৰ নামটো কৈছিল ত্ৰিপাঠীয়ে, মইহে পাহৰিলো; ডাক্তৰে জখমখিনি চাইহে কলে, 'এইয়া পৰি গৈ লগা আঘাত নহয়—কিবা ভোটা গধুৰ বস্তুৰে কোনোবাই আঘাত কৰিছে। পুলিচক খবৰ দিয়া উচিত আৰু গোস্বামীক তৎক্ষণাত হস্পিতাললৈ নিব লাগে। এক্সৰে নকৰাকৈ কব নোৱাৰি আঘাত কিমান গুৰুতৰ।'

"তেতিয়াহে ত্ৰিপাঠীৰ মোৰ কথা মনত পৰিল। মই ফোন পাই লৰালৰিকৈ আহিলো। আহি দেখো এম্বুলেঞ্চ আহি পোৱা নাই। মোৰ গাড়ীতে লৈ আহিলো গোস্বামীক হস্পিতাললৈ। ইয়াৰ পৰা ফোন কৰিলো ডি. আই. জি. চাহাবলৈ। তেখেতে কলে ছ-মান বজাত হস্পিতাললৈ আহিব বুলি। তেখেতৰ কথামতেহে আপোনাক মাতিলো, নহলে আপুনি ছুটীত আছে বুলি জানো। এই জাৱৰ পুৱাত টোপনিৰ পৰা জগোৱাটো···।"

"মোৰ টোপনিৰ কথা ভাবিব নালাগে, ৰহচোন। কিন্তু এটা কথা মই বুজি পোৱা নাই, কনক গোস্বামী বাৰু তোৰ বন্ধু, মোৰো ভাল চিনাকি, কিন্তু ডি. আই. জি. চাহাব আহিব লগা হ'ল কিয়?"

"গোস্বামীৰ হাতত থকা বেগটোৰ বাবে। আপোনাৰ মনত পৰে নে নাই কব নোৱাৰো। কালি যেতিয়া ক্লাৱৰ পৰা ঘৰলৈ



উভোতে কনকৰ হাতত চামৰাৰ বেগ এটা আছিল, কিছুমান কাগজ-পত্ৰৰে সৈতে। গোটেই সন্ধিয়া বেগটো সি মেনেজাৰৰ চেফত তলা মাৰি থৈ দিছিল। ৰাতি মোৰ গাড়ীৰ পৰা নমা সময়তো বেগটো তাৰ হাতত আছিল। কিন্তু ত্ৰিপাঠীয়ে যেতিয়া গোস্বামীক অজ্ঞান অৱস্থাত পায় তাৰ ওচৰত কোনো বেগ নাছিল। মই নিজেও গোটেইখন টৰ্চ মাৰি চালো, ক'তো তাৰ বেগটো নাই।"

"তাৰ মানে তই কব খোজ বেগটোৰ বাবেই গোস্বামীক আক্ৰমণ কৰিছিল? বেগটোত বাৰু মূল্যবান কি থাকিব পাৰে?" হাজৰিকাই সুধিলে।

"সেইটোহে মুস্কিল হৈছে। বেগটোত নো কি আছিল গোস্বামীৰ বাদে কোনেও নাজানে। ভূতত্ব শাখাৰ ডিৰেক্টৰলৈ ফোন কৰিছিলো। তেখেত দুদিন হ'ল নেফা নে কৰবালৈ টুৰ কৰিব গৈছে। গোস্বামীৰ জ্ঞান আহিলেহে গম পোৱা যাব। কিন্তু বেগত যে টকা-পইচা নাছিল সেইটো ধ্ৰুৱপ।"

"যেয়ে নিছে, হয় এইটো ধাৰণাত বেগটো নিছে যে তাত টকা-পইচা আছে। অথবা যিটো বেছি সম্ভৱপৰ, গোস্বামীয়ে অফিচত এনে কিবা কামত হাত দিছে যাৰ বিৱৰণ আন কাৰো-বাকো লাগে। এতিয়া গোস্বামী যদি একাউণ্টচ বিভাগত কাম কৰিলে হয়, কলো হয় কোনোবা ঘোচ বা চুৰি কেচত পৰা মানুহে বেগটোলৈ হাত মেলিছে। যিহেতু গোস্বামী ভূতত্ববিদ্, তাৰ মানে নিশ্চয় কোনো খনি'সংক্ৰান্ত কথাতে বেগটো নোহোৱা হৈছে। এতিয়া ক'চোন গোস্বামীয়ে কি কি কাম হাতত লৈছে? বিশেষকৈ ইউৰেনিয়াম বা তেনে কোনো মূল্যবান পদাৰ্থৰ।"

জ্যোতিষ বৰুৱাই আচৰিত হৈ হাজৰিকাৰ পিনে চাই কলে, "আপুনি ক'ৰ পৰা গম পালে কথাটো? কিন্তু আপোনাক পুৰা বিৱৰণ দিয়াৰ আগতে নাৰায়ণ চাহাবৰ অনুমতি লব লাগিব। এই যে চাৰ আহিলেই।"

পুলিচৰ জীপ এখন সশব্দে ৰ'লহি হাজৰিকা আৰু বৰুৱাৰ ওচৰত। জীপৰ পৰা নামি ইণ্টেলিজেন্সৰ ডি. আই. জি.—এচ. এচ. নাৰায়ণে চালাম প্ৰতি-চালামৰ অধ্যায় শেষ কৰি সুধিলে,—"শেহতীয়া খবৰ কি? কেনে আছে?"

"দেখাত একো বিপদ নাই বুলি কৈছে। তথাপি এক্সৰে কৰিবলৈ নিছে ভিতৰত কিবা জখম থাকিব পাৰে বুলি। ইমান সময়লৈ বোধহয় এক্সৰে লোৱা হৈ গ'ল।" উত্তৰ দিলে জ্যোতিষ বৰুৱাই।

"তেনেহলে আগতে এক্সৰেৰ ৰিজাল্ট কি পালে তাৰে খবৰ লোৱা যাওক। জ্ঞান আহিছে নে নাই?"

"নাই অহা চাৰ।"

ডি. আই. জি. নাৰায়ণ চাহাব, জ্যোতিষ বৰুৱা আৰু ৰবীন হাজৰিকা সোমাই গ'ল হস্পিতালৰ ভিতৰলৈ। ৰেডিঅ'লজিৰ ৰুমতো বিচাৰি দিঘলীয়া কৰিডোৰটো পাৰ হৈয়ে তেওঁলোকে লগ পালে বগা কোট পিন্ধা ডাক্তৰ দুজনক। বোধহয় এখেত সকলক বিচাৰিয়েই আহিছিল।

বৰুৱাই আদবয়সীয়া ডাক্তৰজনক লক্ষ্য কৰি সুধিলে—"কিবা পালে?"

"নাই, ভয় কৰিব লগীয়া একো নাই। স্কালত এটি সৰু ক্ৰেক্ ডেভেলপ কৰিছে। কিন্তু মই যিটো ভয় কৰিছিলো ইণ্টাৰনেল হিমোৰেজ মানে ভিতৰে ভিতৰে মগজুত তেজ ওলাব পাৰে বুলি, তেনে একো হোৱা নাই। ইমান সময় চেন্স্ নহা বাবে চিন্তাতেই পৰিছিলো। বোধহয় শ্বকৰ বাবে জ্ঞান অহাত পলম হৈছে।"

"মই বাৰু আপোনালোকক চিনাকি কৰি দিওঁ। এখেত হৈছে ডক্তৰ ইংতি, এখেত ৰেডিঅ'লজিষ্ট, আৰু এখেত হৈছে ডি. আই. জি. ইণ্টেলিজেন্স এচ. এচ. নাৰায়ণ, আৰু এখেত শ্বিলং



থানাৰ ও-চি আৰ. হাজৰিকা। মোকতো জানেয়ে।" বৰুৱাৰ মাতৰ পৰিবৰ্ত্তনত বুজা গ'ল ডাক্তৰ ইংতিৰ কথাখিনিয়ে তেখেতৰ মনৰ পৰা কিমান গধুৰ ভাৰ এটি আঁতৰালে।

"জ্ঞান আহোতে বাৰু কিমান সময় লাগিব পাৰে?" সুধিলে মিঃ নাৰায়ণে।

"সেইটো কেনেকৈ কব?" ডঃ ইংতিয়ে হাঁহি উত্তৰ দিলে। "পাঁচ মিনিট পিচতো আহিব পাৰে, আধা ঘণ্টা পিচতো আহিব পাৰে। পালচ্ আৰু ৰেচপিৰেশন প্ৰায় নৰমেল্। মোৰ মতে এঘণ্টাৰ ভিতৰতে জ্ঞান আহিব, নহলে আন কিবা কম্প্লিকেছন আছে।"

"গোস্বামীৰ জ্ঞান অহালৈ আমি ইয়াতে অপেক্ষা কৰিলে আপোনাৰ কিবা আপত্তি আছে নেকি?"

"ইয়াত কেলেই, হাউছ-চাৰ্জনৰ ৰুমটোতে আপোনালোক বহক। তাত অৱশ্যে মাত্ৰ এখন চকী, মই আৰু দুখন চকী দিব কওঁ।" ডাক্তৰ ইংতিয়ে পুলিচ বিষয়াসকলক এটি সৰু কোঠালী দেখুৱাই দিলে।

"বহুত ধন্যবাদ"—নাৰায়ণে ডাক্তৰ ইংতিক কলে, "গোস্বামীৰ জ্ঞান আহিলে আমাক অনুগ্ৰহ কৰি জানিবলৈ দিব।"

"নিশ্চয়, নিশ্চয়। আপোনালোকে বহক। সাত বজালৈ মই মোৰ ৰুমতে আছো। যদি প্ৰয়োজন হয় যি কোনো নাৰ্চ বা ওৱাৰ্ডবয়ক কলেই হব।"

ডাক্তৰ দুজন ওলাই যোৱাৰ পিচত মিঃ নাৰায়ণে কোঠালীৰ একমাত্ৰ চকীখন অধিকাৰ কৰি বহিল। বৰুৱা আৰু হাজৰিকাই ইংতিয়ে আশ্বাস দিয়া চকী দুখনলৈ অপেক্ষা কৰি ঠিয় হৈয়ে থাকিল।

"আপুনি হাজৰিকাক আচল কথাটো কৈছে নে নাই?" মিঃ নাৰায়ণে বৰুৱাক লক্ষ্য কৰি সুধিলে।

"নাই কোৱা চাৰ। মিষ্টাৰ হাজৰিকাই অৱশ্যে মোটামুটি কেচটো অনুমান কৰি লৈছে। কিন্তু আপুনি ক্লিয়াৰেন্স দিয়ে নিদিয়ে ভাবি মই একো ভাঙি কোৱা নাই।"

"এতিয়া আৰু ক্লিয়াৰেন্সৰ কথা ধৰি ৰাখি কি হব, আচল কাগজ-পত্ৰই হয়তো ইমান সময়লৈ বৰ্ডাৰ পাৰ হৈ গৈছে। অৱশ্যে এনেও হব পাৰে যে সাধাৰণ চোৰ বা ডকাইতে টকা-পইচাৰ আশাত গোস্বামীক জখম কৰি বেগটো লৈ পলাব পাৰে। তেনে অৱস্থাত আশা কৰো হাজৰিকাই উলিয়াব পাৰিব কাগজ-পত্ৰৰ সৈতে বেগতো ক'ত আছে।"

হাজৰিকাই কিবা কব খুজিছিল কিন্তু ডি. আই. জি. মিঃ নাৰায়ণে আকৌ কৈ উঠিল, "মই কব খোজা নাই যে সাধাৰণ চোৰ ডকাইতে এইটো কাম কৰিছে। কিন্তু আমি সকলে সকলো সম্ভৱপৰ ফালৰ পৰা চাব লাগিব ঘটনাটো। বৰুৱা, আপুনি এখেতক কৈ দিয়ক গোস্বামীৰ বৰ্ত্তমান কাম-কাজৰ বিষয়ে।"

জ্যোতিষ বৰুৱাই সীমান্ত অঞ্চলত গোস্বামীয়ে তেজক্ৰিয় খনিজ পদাৰ্থ সম্পৰ্কে কৰা কামৰ বিষয়ে যিখিনি জানে কেইটি-মান কথাৰে হাজৰিকাক বুজাই দিলে। লগতে এইখিনিও কলে যে গোস্বামীৰ কাগজ-পত্ৰবোৰ ভাৰতৰ সীমান্ত পাৰ হলে অসম পুলিচৰ অকল বদনামেই নহব, ভাৰত চৰকাৰৰও অকাৰণতেই বহু লাখ টকা খৰচ হৈ যাব। কথাখিনি শুনি হাজৰিকাই অকল সুধিলে—"সিবাৰ গোস্বামীৰ ঘৰত চোৰ সোমোৱা এজেহাৰ দিয়াৰ সময়ত তো মোক এইবোৰ কথা জনোৱা হোৱা নাছিল। তেতিয়া হলে হয়তো মই সদায় এজন মানুহ ৰাখিলো হয় গোস্বামীৰ ঘৰৰ ওপৰত চকু দিবৰ বাবে।"

"আপোনাক কোৱা হোৱা নাছিল মোৰ হুকুমতে।" উত্তৰ দিলে মিঃ নাৰায়ণে। "আমাৰ ধাৰণা আছিল কথাটো যিমান কম মানুহে জানে সিমানেই ভাল। গোস্বামীৰ অফিচ আৰু ঘৰৰ ওপৰত পুলিচৰ চকু ৰখা কথাটো ময়ো ভাবিছিলো। কিন্তু পুলিচৰ গাৰ্ড ৰাখিলে আজি হওক কালি হওক মানুহৰ মনোযোগ আকৰ্ষণ কৰিবই; আৰু মানুহৰ মনযোগ আকৰ্ষণ নকৰাটোৱে আছিল দৰ্কাৰী কাগজ-পত্ৰবোৰ ৰক্ষা কৰা পৰিকল্পনাৰ এটা প্ৰধান অংশ। এতিয়া হিতে বিপৰীত হ'ল।"



"তেনেহলে এতিয়া মই যাওঁ চাৰ। আমাৰ ইনফৰ্মাৰবোৰে কিবা খবৰ দিব পাৰে নেকি চাওঁ। মোৰ অৱশ্যে বিশ্বাস নহয় যে সাধাৰণ চোৰ-ডকাইতৰ ইয়াত হাত আছে।"

"অকমান ৰবচোন, গোস্বামীৰ জ্ঞান অহালৈকে বাট চাওক; গোস্বামীয়ে যদি কিবা কব পাৰে ভালেই, নহলে সকলোৱে মিলি চেষ্টা এটি চলাব লাগিব। মই অৱশ্যে বৰ্ডাৰ চেক ডাবল কৰিবৰ বাবে অৰ্ডাৰ দি আহিছো ইয়ালৈ অহাৰ আগতে।"

ডি. আই. জি.ৰ কথাখিনি শেষ নৌহওঁতেই ৰুমলৈ সোমাই আহিল এজনী আদবয়সীয়া খাচীয়া নাৰ্চ। বিশেষ কালৈকো লক্ষ্য নকৰি তাই ক'লে, "ৰাতি যে হেড-উণ্ড লৈ পেচেণ্টজন আহিছে, আপোনালোকৰ কোনে পেচেণ্টৰ লগত আহিছিল?"

"কিয়? মই আহিছিলো তেখেতৰ লগত। জ্ঞান আহিল নেকি?" এখোজ আগবাঢ়ি আহিল জ্যোতিষ বৰুৱা।

"নাই। মই আন এটা কথাতহে আহিছিলো। পেচেণ্টৰ নিজৰ কাপোৰবোৰ ঠিক-ঠাক কৰোতে চাওঁ যে জোতা মাত্ৰ এপাতহে।"

"জোতা এপাত। আন পাত কি হ'ল? ঘৰৰ পৰা অনা সময়ত দুয়ো পাত পিন্ধিয়ে অনা মোৰ মনত আছে।" বৰুৱাই ক'লে।

"কব নোৱাৰো। কেবিনত তেও নাইয়েই। মই ৰেডিঅ'লজি আৰু ইমাৰজেন্সি ৰুমতো চালো। ক'তো নাই।"

"তেনেহলে গাড়ীতে পৰিল নেকি? ৰব চাই আহো"

—কোঠালীৰ পৰা ওলাই যোৱাৰ এমিনিটমান পিচতে বৰুৱা ঘূৰি আহিল হাতত জোতা এপাত লৈ। "মই ভবাটোৱেই হ'ল। গোস্বামীক গাড়ীৰ পৰা নমোৱাৰ সময়তে খুলি পৰিল।"

ৰবীন হাজৰিকাই কিবা ভাবি আছিল। হঠাতে ক'লে, "জোতাপাত চাওঁ।"

বৰুৱাই নীৰবে জোতাপাত আগুৱাই দিলে হাজৰিকাৰ পিনে। হাজৰিকাই জোতাপাত লৈ ঘূৰাই ফিৰাই চালে। মটীয়া ৰঙৰ দামী চুৰেদৰ জোতা। দেখাত আগৰ দিনৰ পামচুৰ দৰে। ফিটা বন্ধাৰ ব্যৱস্থা নাই। জোতাৰ ভিতৰত থকা ৰবৰৰ পাত ঢুডালে জোতাপাত কাপ খাই লগাই ধৰে।

মিঃ নাৰায়ণ আৰু বৰুৱাই চাইও বুজি নাপালে জোতাপাতত নো কি বিশেষত্ব আছে যে হাজৰিকাৰ মনোযোগ আকৰ্ষণ কৰিছে। অৱশেষত মন তাপৰিব নোৱাৰি মিষ্টাৰ নাৰায়ণে সুধিলে, "জোতা-পাতত কি পালে মিষ্টাৰ হাজৰিকা?"

হাজৰিকাই একো উত্তৰ নিদি হালি গৈ জোতাপাত লাহেকৈ মজিয়াত নমাই থলে। তাৰ পিচত পোন হৈ ক'লে, "আপোনাৰ অনুমতি পালে মই এতিয়াই যাব বিচাৰো চাৰ।"

"ও, হঠাতে? কি হ'ল?"

"গোস্বামীৰ এই কেচটোৰ বোধহয় আন এটি কেচৰ লগত সম্পৰ্ক আছে।"

"কি কেচ?"

"এটি মাৰ্ডাৰ কেচ। হৰিচৰণ ভট্টাচাৰ্য্য নামৰ কেৰাণী এজন খুন হৈছে কেইদিনমান আগতে। দুয়োটা কামেই বোধহয় এজন মানুহৰ।"

"এতিয়া কি কৰিব?"

"মই কেটামান কথা সুধিব খোজো মানুহ এজনক।"

"এৰেষ্ট কৰিব নেকি?"



"কৰিব লগা হব পাৰে।"

"তেনেহলে লগত মানুহ লৈ যাওক। গোস্বামীৰ কেচটোত মোৰ মতে বিদেশী এজেণ্টে অংশ লৈছে। আপোনাৰ লগত ৰিভলভাৰ আছে?"

"নাই চাৰ।"

"তেনেহলে লৈ যাওক। মানুহজন বিপদজনক হব পাৰে।"

"পলম হৈ যাব চাৰ।"

"আপুনিও ভাল মানুহ। তেনেহলে লগত মিঃ বৰুৱাক লৈ যাওক। এজনতকৈ দুজন সদায়ে ভাল। অন্ততঃ সাক্ষী এজন থাকিব।"

চালাম দি বৰুৱা আৰু হাজৰিকা ওলাই গ'ল। মিঃ নাৰায়ণ অকলে বহি থাকিল কনক গোস্বামীৰ জ্ঞান অহালৈ বাট চাই।

## ॥ তেৰ ॥

নতুন বছৰৰ প্ৰথম সপ্তাহটো মাত্ৰ পাৰ হৈছে। জাৰে যেন শ্বিলং চহৰখনক সাৱট মাৰি ধৰিছে। পুৱাৰ সোণালী ৰ'দত নগৰখন নাহৰফুটুকী বাঘটোৰ দৰে জিলমিলাই ধৰিছিল। আকৌ আঠমান বজাত ডাঠ সেমেকা কুঁৱলীয়ে বেলিটো আকাশৰ পৰা মচি দিলে। এতিয়া চাৰে দহ বজাত বেলিটো কম পোহৰৰ 'গ্লোব' লাইটৰ দৰে আকাশত ওলমি আছে। অফিচ ঘৰৰ চিমনিবোৰে আকাশলৈ ধোঁৱা ছতিয়াই জাৰৰ বিপক্ষে কৰা যুদ্ধৰ এটি ক্ষীণ আভাস দিছে, অফিচাৰ আৰু কেৰাণীকুলৰ বেছি ভাগেই নিজৰ নিজৰ আসন লৈছে যদিও। মৌমাখিয়ে মৌ-

বাহত অহাদি দু-এজনে তামোলৰ পিক পেলাই পেলাই তেতিয়াও আহি সোমায়ে আছে চৰকাৰী অফিচবোৰত।

চোৰাংচোৱা বিভাগৰ ডি. আই. জি. মিষ্টাৰ নাৰায়ণৰ অফিচ ঘৰৰ বহা কোঠাত জ্যোতিষ বৰুৱা আৰু ৰবীন হাজৰিকা মিঃ নাৰায়ণলৈ অপেক্ষা কৰি বহি আছিল। জ্যোতিষ বৰুৱাই হাতঘড়িটো চাই ক'লে, "আধা ঘণ্টা হ'ল।"

দুৱাৰৰ কাষত এখন সৰু চকী টেবুল লৈ বহি থকা চেক্রেটাৰিয়ে কৈ উঠিল—"চাৰ সাধাৰণতে ইয়াতকৈ আগতে আহি পায়। আজি বা কিয় পলম হৈছে; এই, বোধহয় আহি পালেই, চাৰৰ গাড়িৰ শব্দ।"

চেক্রেটাৰিৰ কথাৰ লগে লগে দুৱাৰখন খুলি সোমাই আহিল মিঃ নাৰায়ণ। পিচে পিচে অহা অৰ্ডালিটোৰ হাতত এদম ফাইল।

"ফাইলখিনি চাইড টেবুলত থ।" অৰ্ডালিটোক নিৰ্দেশ দি মিঃ নাৰায়ণে বৰুৱা আৰু হাজৰিকাৰ চালামৰ প্ৰতি-চালাম দিলে। তাৰ পিচত মূৰৰ টুপিটো খুলি আলনাত ওলোমাই থৈ ক'লে, "বহক বহক, ঠিয় হৈ ৰ'ল যে! প্ৰথমতে নতুন বছৰৰ অভিবাদন ল'ব।"

বৰুৱাই চকীখনত বহি ক'লে, "আপোনাৰ লগত চাৰ নতুন বছৰৰ প্ৰথম দিনটোতেই দেখা হৈছে হস্পিটেলত।"

"এঃ, মই পাহৰিছিলোৱেই, সিদিনাখন এক তাৰিখ আছিল। পিচে অভিবাদন বোধহয় জনোৱা নাছিলো। ইংৰাজীত এনেয়ে নকয় 'বেটাৰ লেট ডেন নেভাৰ'। আপোনালোক দুয়োজনকে মোৰ 'কংগ্ৰেচুলেশন'। ময়তো এইবাৰ মোৰ চাকৰি যাব যেনেই পাইছিলো।"

মিঃ নাৰায়ণে ঠিয় হৈ টেবুলৰ ওপৰেৰে হাতখন বঢ়াই দি প্ৰথমে হাজৰিকাৰ, তাৰ পিচত বৰুৱাৰ লগত হাত জোকাৰিলে। আকৌ



বহি লৈ কলে, "চেণ্ট্ৰেল ইণ্টেলিজেন্সৰ মানুহবোৰো ভাল। আগতে কোনো খবৰ নাই। কাগজ-পত্ৰবোৰ চুৰি হোৱাৰ পিচত মানুহ পঠিয়াই দি দিল্লীৰপৰা এন্‌কোৱাৰি কৰিব। আমাৰ কি কি দোষ আছিল, তহঁতে যদি ইমান জানই, আগতে নকৰিলি কিয়, অথবা তহঁতৰ মানুহ নেৰাখিলি কিয় কাগজ-পত্ৰৰ ওপৰত চকু দিবলৈ। তহঁতৰ দিল্লীলৈ গৈয়েই দেখোন আমাৰ অফিচাৰে আচামী ধৰি লৈ আহিল। কি কয় বৰুৱা?" চেণ্ট্ৰেল ইণ্টেলিজেন্সৰ মূৰৰ ওপৰেৰে অসম পুলিচে অপৰাধীক এৰেষ্ট কৰি অনাৰ আনন্দ মিঃ নাৰায়ণে কোনো ৰকমে লুকাই ৰাখিব নোৱাৰিলে।

"বহু খিনি কপাল চাৰ। তাৰোপৰি আচল কাম খিনিতো কৰিছে মিষ্টাৰ হাজৰিকাই। তেখেতে কৈ দিছে কাক ধৰিব লাগে। মই অকলে গৈ ধৰি লৈ আহিছো।"

"মিষ্টাৰ হাজৰিকাৰ কথাটো জানো। হি ইজ ওৱান অব দি বেষ্ট অফিচাৰচ্। হাজৰিকা, আপুনি যে মাষ্টৰ এজনৰ মাৰ্ডাৰ কেচ পুনৰ এন্‌কোৱাৰিৰ বাবে লিখিছিল, মই নিজে চেক্রেটাৰিৰ ওচৰলৈ গৈ তাৰ অনুমতি লৈ আহিছো। প্ৰথমে চেক্রেটাৰিয়ে আপত্তি কৰিছিল যে মানুহ জন অসমত নাম থকা বিজনেচমেন। এৰেষ্ট কৰাৰ পিচত প্ৰমাণ নেপালে বৰ ডাঙৰ স্কেন্দেল হৈ যাব। মই নিজে পাৰ্চনেল গেৰাণ্টি দিলো যে, অভিযোগ অনা অফিচাৰ জনৰ ওপৰত মোৰ পূৰা ভৰসা আছে। মাৰ্ডাৰ কেচটোৰ বাবে কেৱলৰাম আৰু লগৰীয়াজনক এৰেষ্ট কৰাৰ অৰ্ডাৰ হৈ গৈছে। তাৰোপৰি এক্সাইজৰ কলেক্টৰৰ লগতো মোৰ কথা হৈছে। তেখেত-সকলেও অপিয়াম স্মাগ্‌লিং কেচটো হাতত লৈছে। চাৰ, অকল আপোনাৰ যেন সাক্ষী বাদী যোগাৰ হৈ থাকে।"

"সেইটো হব চাৰ। মোৰ সাক্ষী জনৰ পিচত সকলো সময়তে দুজনকৈ পুলিচ আছে চকু ৰাখিবৰ বাবে।"

"অ, আৰু এটা কথা। কথাটো অৱশ্যে আপোনাক কোৱা

উচিত নহয়, মই আই. জি. পি. লৈ ৰিক'মেণ্ড কৰি পঠাইছো আপোনাক ডি. এচ. পি. লৈ প্ৰমোট কৰিবৰ বাবে। আই. জি. পি. ৰাজি হৈছে; কওক, আৰু কি কৰিব পাৰো আপোনাৰ বাবে।" মিষ্টাৰ নাৰায়ণে আনন্দতে একেবাৰে কল্পতৰু অৱতাৰ ললে।

"বহুত ধন্যবাদ চাৰ আপোনাক, মই সাধাৰণ খুনী এজনক ধৰিব সহায় কৰিছিলো, এতিয়া দেখিছো কপালৰ জোৰত সেয়ে আন্তৰ্জাতিক খ্যাতিসম্পন্ন চোৰাংচোৰা হৈ পৰিল।" হাজৰিকাই মিঃ নাৰায়ণক কৃতজ্ঞতা জনাই কলে।

"কাৰ কপালৰ জোৰত মিষ্টাৰ হাজৰিকা?" মিঃ নাৰায়ণে অকণমান ধেমালি কৰাৰ লোভ সামৰিব নোৱাৰিলে। "এতিয়া যি দেখিছো মোৰেই কপালৰ জোৰত। নহলে তাৰ কপালৰ দোষত।"

"বাৰু এতিয়া আচল কামৰ কথালৈ আহো। মিষ্টাৰ বৰুৱা, মই আপোনাৰ দিল্লীৰপৰা পঠোৱা ওৱাৰলেচখন পাইছো যে কৃষ্ণেন্দু হালদাৰ ইজ এৰেষ্টেড্ কিন্তু চেন্ট্ৰেল ইন্টেলিজেন্সে পঠোৱা খবৰ খিনিৰ বাদে মই একো নেজানো কেনেকৈ এৰেষ্ট কৰিলে। পালামত তাক পালে নহয় জানো?" মিঃ নাৰায়ণে সুধিলে।

"শ্বিলঙত হোৱা ঘটনাখিনিতো চাৰ আপুনি জানেয়ে," বৰুৱাই কলে, "মই আৰু হাজৰিকা গৈ ওলালো লাচুমিয়েৰত কৃষ্ণেন্দু হালদাৰৰ ঘৰ। ঘৰ তলা মৰা! কোনো নাই; ঘৰৰ পিচফালে থকা চাকৰৰ ঘৰটোত নেপালী চাকৰ এজন আছিল। সি উঠি আহি কলে, 'বাবু চাৰি-পাঁচমান বজাত ক'ৰবালৈ গৈছে গাড়ী লৈ। লগত চুটকেচ এটাও নিছে।' ৰাতি হালদাৰ কেইবজাত ফিৰি আহিছে বুলি সোধাত সি কব নোৱাৰো বুলি কলে। যোৱাৰ সময়টো সি কব পাৰে। কাৰণ, বাবুয়ে তাক জগাই চাহ কৰিব দিছিল। কেতিয়াবা কেতিয়াবা বাবুয়ে এনেকৈ হঠাতে গাড়ী লৈ



কৰবালৈ যায় বাবে সি একো আচৰিত হোৱা নাছিল। তাতকৈ বেছি সি একো কব নোৱাৰিলে।"

"ঘৰটো কাৰ?" মিঃ নাৰায়ণে সুধিলে।

"গুৱাহাটীৰ কেনোবা চৌধুৰীৰ। দুবছৰমান হ'ল ঘৰটো ভাড়া লোৱাৰ। তাৰ আগতে সি হোটেলত আছিল।"

"তাৰ পিচত?"

"আমি তাৰে পৰা থানালৈ গলো। যিহেতু সি গাড়ীখন লৈ গৈছে, মিঃ হাজৰিকাই গুৱাহাটী, নংপো, বাৰ্ণিহাট, ইপিনে চেলা, জোৱাই, সকলো ঠাইলৈ ফোন কৰিলে। কোনো খবৰ নাই। আঠমান বজাত পহিল খবৰ পালো। গাড়ী সম্পৰ্কে কনিষ্টবল এজনে ক'লে যে সেই নম্বৰৰ ফিয়েট এখন সি দেখি আহিছে পুৱাই ভগৱান সিঙৰ গেৰেজত। আমি দুয়োজন গ'লো গেৰেজলৈ। ভগৱান সিং কাৰখানাতে আছিল। গাড়ীৰ কথা সোধাতে কাগজ-পত্ৰ উলিয়াই দিলে যে এমাহ আগতে গাড়ীখন সি হালদাৰৰ পৰা বাৰহেজাৰ টকাত কিনিছে। দহহেজাৰ টকা আগধন লৈ হালদাৰে ৰচিদ লিখি দিছে। এই মাহৰ শেষত বাকী দুইহেজাৰ টকা লৈ গাড়ীখন দি দিয়াৰ কথা। আজি পুৱা ছ'মান বজাত হালদাৰে হেনো আহি গেৰেজ ওলাল। চকিদাৰজনক ক'লে ভগৱান সিঙক কবলৈ যে দুমাহ মানৰ বাবে তেখেতে কৰবালৈ যাব। সেইবাবে গাড়ীখন দি গ'ল। ঘূৰি আহি বাকী টকাখিনি লব। ভগবান সিঙৰ মতে চকিদাৰজনে যিহেতু হালদাৰক ভালকৈ চিনি পায় আৰু গাড়ী কিনাৰ কথাটো জানে গাড়ীখন ৰখাত আপত্তি নকৰিলে।"

"তাৰ সাহস দেখিছে, আকৌ ঘূৰি অহাই নহয়, সি টকা দুহেজাৰৰ লোভো এৰিব পৰা নাই।" মিঃ নাৰায়ণে ক'লে।

"কি কৰিব চাৰ। চোৰাংচোৰাবোৰেও আমাৰ দৰে একাউন্ট আদিত, অফিচত হিচাব দিব লাগে।" হাজৰিকাই ক'লে।

"ভগৱান সিঙৰ গেৰেজত গাড়ীখন পালেও আমি তেতিয়া তাক এৰেষ্ট নকৰাই ঠিক কৰিলো। তাৰে পৰা টেক্সি-স্টেণ্ডলৈ আহি খবৰা-খবৰি কৰি জানিব পাৰিলো পুৰা ছ'মান বজাত কোনোবা বাবুই ইক্ৰামৰ গাড়ীখন পুৰা ৰিজাৰ্ভ কৰি লৈ অকলে গৈছে। বাবুজনক অৱশ্যে তাত থকা মানুহ কোনেও দেখা নাই। ইক্ৰামৰ হেণ্ডিমেনজন লগত নগ'ল। সিহে কৈছে। মই তাৰেপৰা হস্পিতাললৈ আহিলো। আপুনি ক'লে যে গোস্বামীৰ জ্ঞান আহিছে যদিও একো কব নোৱাৰে কোনে এন্ধাৰত মূৰত আঘাত কৰিলে। অফিচৰ পৰা পাৰ্মিশন আৰু কাগজ-পত্ৰ লৈ মই জীপ-খন লৈ গুৱাহাটী পালোহি। শ্বিলং মটৰ অফিচৰ ওচৰতে টেক্সি-স্টেণ্ডত ইক্ৰামৰ টেক্সিখন আছিল। কৃষ্ণেন্দু হালদাৰৰ বৰ্ণনা দি তাক সোধাত কলে যে তেনে দেখাত মানুহ এজনে ৰাতিপুৱাই তাৰ টেক্সিখনত শ্বিলঙৰ পৰা আহিছে। মালপত্ৰৰ ভিতৰত লগত অকল এটি চুটকেচ আছিল। ক'ত নামিছে সোধাত কলে যে গুৱাহাটী এয়াৰ অফিচৰ সম্মুখত নমাই দিছে।

"ময়ো এয়াৰ অফিচলৈ গলো। প্ৰথমতে মহা মস্কিল। কোনেও কথাই পাতিব নোখোজে। কাৰো সময় নাই। মই পুলিচৰ আইডেন্টিটি কাৰ্ড উলিয়াই সোধাত জানিব পাৰিলো যে কৃষ্ণেন্দু হালদাৰ বোলা কোনো মানুহৰ নামত সিদিনাখন কোনো টিকট কটা হোৱা নাই, কিন্তু কে. দাস বোলা এজন মানুহে একেবাৰে শেষ মুহূৰ্ত্তত আহি মোহনবাৰীৰ পৰা কলিকতালৈ যোৱা প্লেনত এটা চান্স টিকট লৈছিল। কে. দাস বোলা মানুহজন ক'লা আৰু ওখ কিন্তু হাতত চুটকেচ আছে নে নাই কব নোৱাৰিলে। এয়াৰ অফিচাৰৰ পৰা বৰঝাৰলৈ গলো। তাত খবৰ লওঁ যে কে. দাস প্লেনত চিট পাই কলিকতালৈ গৈছে প্ৰায় দুঘণ্টা আগতেই। সিদিনাখন সেইখনেই কলিকতালৈ যোৱা শেষ প্লেন। মই গুৱাহাটীলৈ ফিৰি আহি ডি. আই. জি. আৰু এচ. পি. চাহাবক



লগ ধৰিলো। তেখেতসকলে হালদাৰৰ বৰ্ণনা দি দমদম হাৱাই আড্ডালৈ ওৱাৰলেচ পঠিয়ালে। যদিও তাৰে প্ৰায় এঘণ্টা আগতেই প্লেন গৈ কলিকতা পাইছে আৰু হালদাৰ কলিকতাৰ লাখ লাখ মানুহৰ লগত মিলি গৈছে, তথাপিও আমি কৰিব পৰাখিনি কৰিলো। পিচত গম পালো সেই ওৱাৰলেচখন নকৰা হলে কৃষ্ণেন্দু হালদাৰক ধৰা সম্ভৱ নহ'ল হয়।

"সিদিনাখন কলিকতালৈ যোৱা আৰু প্লেন নাই জানি ডি. আই. জি.য়ে ইয়াতে তাতে ফোন কৰি কলিকতালৈ যোৱা মিলিটেৰী মাল বোৱা প্লেন এখনত মোক ছিট এটা ঠিক কৰি দিলে। কলিকতা পাওঁতে প্ৰায় তিনি বাজিল।"

"ভাত খোৱা নহ'ল?" সুধিলে মিঃ নাৰায়ণে।

"দমদমত খালোগৈ। দমদমত চেণ্ট্ৰেল ইণ্টেলিজেন্সৰ মুখাৰ্জী মোৰ বাবে অপেক্ষা কৰি আছিল। তেখেতে কলে যে আমাৰ ওৱাৰলেচ পোৱাৰ প্ৰায় এঘণ্টা আগতেই মোহনবাৰীৰ প্লেন আহি দমদম পাইছে। খবৰ কৰি একো লাভ নাই জানিও তেখেতে এবাৰ এয়াৰলাইনচৰ কৰ্মচাৰী আৰু পোৰ্টাৰবোৰক সুধি চালে আমি পঠোৱা বৰ্ণনাৰ কোনোবা মানুহক চকুত পৰিছিল নেকি? কোনেও একো কব নোৱাৰিলে। তাৰ দহ মিনিটমান পিচত চি. আই. ডি-ৰ মানুহ এজনে আহি খবৰ দিলে যে তেখেতে কোৱাৰ দৰে মানুহ এজনে এয়াৰ-পোৰ্টৰ ৰেষ্টুৰেণ্টত বহি চাহ খাব ধৰিছে। মুখাৰ্জী নিজে গৈও চাই আহিল। মানুহজনৰ ওপৰত চকু ৰাখিবলৈ এজন মানুহ নিযুক্ত কৰি মিষ্টাৰ মুখাৰ্জীয়ে এন্‌কোৱাৰিটো নিজৰ হাতত ললে। এয়াৰলাইন্সৰ লাগেজ চেক আৰু টিকট কাউণ্টাৰৰ কৰ্মচাৰীয়ে চিনাক্ত কৰি দি গ'ল যে সেই-জনেই কে. দাস, মোহনবাৰীৰ প্লেনত গুৱাহাটীৰ পৰা আহিছে। তাতোকৈ ডাঙৰ কথা মানুহজনে দিল্লীলৈ যাবলৈ এটা টিকট কাটিছে ইয়াৰ পিচৰ প্লেনতে। মিষ্টাৰ মুখাৰ্জীয়ে মোক কলে, 'আপনাৰা

য়াকে খুজছেন কে. দাস সেই ভদ্রলোক কিনা জানি না, তবে আমি দিল্লীতে একখানা ওৱাৰলেচ পাঠিয়েছি ওৰ ওপৰ চোখ ৰাখবাৰ জন্য। আৰ এৰ পৰেৰ ফ্লাইটে আপনাৰ জন্য একখানা টিকিট ৰাখতে বলেছি। এখন আপনাৰ যা খুশি'।

"প্লেন যাবলৈ আৰু আধাঘণ্টা মান সময় আছিল। আপোনালৈ এখন টেলিগ্ৰাম কৰিলো। দমদমৰ পৰা পঠোৱা টেলিগ্ৰামখনতো আপুনি পাইছে চাগৈ। মিষ্টাৰ মুখাৰ্জীক ধন্যবাদ জনাই ভাত খাই দিল্লীৰ প্লেনত উঠিলো।

"দিল্লী যেতিয়া পাওঁ, এন্ধাৰ হৈ গৈছে, প্লেনৰ পৰা নামি ওৱেটিং ৰুম পালোগৈ। চাওঁ পুলিচৰ কোনো নাই। কলৈ যাওঁ ভাবি দুমিনিটমান অকলে অকলে ঠিয় হৈ আছো, এনেতে এজন মানুহে মোৰ ওচৰলৈ আহি ইংৰাজীতে সুধিলে—'কাৰোবালৈ বাট চাই আছে নেকি?' মই থোৰতে কলো দমদমত মোক কৈছে যে মই অহা খবৰ দিল্লীলৈ পঠিয়াইছে। এতিয়া দেখিছো কোনো নাই।

"মানুহজনে অকল কলে—'আপোনাৰ আইডেন্টিটি কাৰ্ড'—মোৰ কাৰ্ডখন ভালকৈ চালে, তাৰ পিচত কাৰ্ডখন ফিৰাই দি সোঁহাত খন বঢ়াই দিলে—'আই এম্ মিষ্টাৰ ভাৰ্গৱ, ডি. এচ্. পি. চেন্ট্ৰেল ইন্টেলিজেন্স।'

"মই হাত জোকাৰিলো যদিও কবৰ মন গৈছিল—এতিয়া আপেনাৰ আইডেন্টিটি কাৰ্ডখন চাওঁ; পিচে একো নকলো।

"ভাৰ্গৱে কলে, 'ইয়োৰ মেন ইজ কট্।'

"মই তো উচপ খাই উঠিলো, ধৰিলে, কাক বা ধৰিলে। ভুলতে আন কাৰোবাক ধৰিছে যদি তো বদনাম হৈ মৰিব লাগিব। সুধিলো, ক'ত আছে এবেষ্ট কৰা মানুহজন। তেতিয়া তেখেতে কয় 'কট্ মানে অলমোষ্ট কট্, প্ৰায় ধৰিছে, চি. আই. ডি.ৰ মানুহে চকুৰে চকুৰে ৰাখিছে। কলিকতাৰ প্লেনৰপৰা নমাৰ



পৰাই মানুহ লাগি আছে পিচতে।' তেওঁ আকৌ কলে যে মানুহজনৰ কামবোৰ অত্যন্ত সন্দেহজনক। মিষ্টাৰ ভাৰ্গৱে মানুহজনৰ যোৱা কেইঘণ্টাৰ কামখিনিৰ সবিস্তাৰে বৰ্ণনা দিলে ঃ

'তেওঁ কলিকতাৰ পৰা অহা প্লেনৰ পৰা নামিয়েই ক্লোক ৰুমত চুটকেচটো জমা থৈ টেক্সি এখন লৈ চহৰলৈ যায়। তাতে কনট্ প্লেচত অলপ ঘূৰা-ফিৰা কৰে আৰু কেইখনমান দোকানত সোমায়। এখন দোকানৰ পৰা মানুহজনে কাৰোবালৈ ফোন কৰে। তাৰ পিচত আন এখন টেক্সি লৈ মেৰিনা ৰেষ্টুৰেন্টলৈ যায়। সেই খিনিতে এটা মস্কিল হ'ল। চেন্ট্ৰেল ইন্টেলিজেন্সৰ মানুহজন তৃথীয়া মানুহৰ সাধাৰণ পোছাকৰ আছিল বাবে মেৰিনাৰ চকীদাৰজনে তাক ৰেষ্টুৰেন্টত সোমাব নিদিলে। তেতিয়া আমাৰ এজেন্টজনে আলিবাটৰ পৰা ৰেষ্টুৰেন্টৰ ওপৰত চকু ৰাখিলে। সন্দেহজনক বস্তুৰ ভিতৰত তাৰ চকুত পৰিল দুজন বিদেশী দূতাবাসৰ কৰ্মচাৰীও পাঁচমিনিটমান পিচতে আহি ৰেষ্টুৰেন্টত সোমায়। মানুহজনে ভাৰ্গৱলৈ ফোন কৰে। কিন্তু ডিনাৰ চুট পিন্ধা চি. আই. ডি.ৰ এজেন্ট এজনে ৰেষ্টুৰেন্ট পায় মানে দূতাবাসৰ কৰ্মচাৰী দুজন ৰেষ্টুৰেন্টৰ পৰা ওলাই গৈছে আৰু মই যি জন মানুহৰ পিচে পিচে গৈ দিল্লী ওলাইছো তেখেতে যাব ওলাইছে। ৰেষ্টুৰেন্টৰ পৰা ওলাই মানুহজনে পোনে পোনে পালামলৈ ফিৰি আহে আৰু চুটকেচটো ক্লোক ৰুমৰ পৰা লয়।'

'এতিয়া ক'ত আছে মানুহ জন?' মই সুধিলো।

'আন্তৰ্জাতিক লাইনৰ ওৱেটিং ৰুমত। এই কৰিডোৰেৰে গলেই দেখা পাব।' মই আৰু মিঃ ভাৰ্গৱ আন্তৰ্জাতিক লাইনৰ ওৱেটিং ৰুমলৈ গলো দীঘলায়া কৰিডোৰ পাৰ হৈ। সেই জাৰতো হাত ঘামি গৈছিল। কোন মানুহৰ পিচে পিচে বা দিল্লী আহি পালো! কৃষ্ণেন্দু হালদাৰ কিজানি এতিয়া শ্বিলঙতে ক'ৰবাত লুকাই আছে! ওৱেটিং ৰুমত সোমাই দেখো আমাৰ কৃষ্ণেন্দু

হালদাৰ এচুকত চোফা এখনত বহি চিগাৰেট টানি টানি ইংৰাজী খবৰ কাগজ পঢ়িব ধৰিছে।”

“আপুনি নিশ্চয় জেপৰপৰা বিভলভাৰটো উলিয়াই হাত তুলি কলে—ঠিয় দিয়ক মিঃ হালদাৰ, আপোনাৰ খেল শেষ হ'ল।” মিঃ নাৰায়ণে ধেমালি কৰি কলে।

“তেনে কৰা হলেই বোধহয় ভাল আছিল চাৰ। তাকে নকৰি মই ওচৰলৈ গৈ অসমীয়াতে সুধিলো, ‘এ, আমাৰ হালদাৰ দেখোন, হঠাতে দিল্লী আহি পালা যে।’ ভাবিছিলো মোক দেখি সি উচপ খাই উঠিব। তাকে নকৰি সি আকৌ মোৰ ফালে এনেকৈ চালে যেন একো বুজি নাপায়। অকল ইংৰাজীতে ক'লে ‘হোৱাট?’

এইবাৰ মই তাক কলো, ‘কি হ'ল? চিন পাহৰিছে নেকি?’

সি কয়, ‘আপুনি বোধহয় ভুল কৰিছে মোক আন কাৰবাৰ লগত।’

মই মিঃ ভাৰ্গৱক একাষৰীয়া কৰি লৈ গৈ কলো যে মানুহজনক এৰেষ্ট কৰিব পাৰে। সেই জনেই আমি বিচৰা কৃষ্ণেন্দু হালদাৰ।

‘আমি এৰেষ্ট কৰিব লাগিব?’ ভাৰ্গৱ যেন আকাশৰ পৰা পৰিল। ‘আপুনি এৰেষ্ট ৱাৰেণ্ট আনিছে?’

তেতিয়াহে মোৰ মনত পৰিল ৱাৰেণ্টৰ কথা। ৱাৰেণ্ট তো অনা নহ'ল। ভাৰ্গৱক কলো—‘আপুনি তাক এতিয়া আটক কৰক প্ৰশ্ন কৰিবৰ উদ্দেশ্যে আৰু মই ইতিমধ্যে কোনোবা মেজিষ্ট্ৰেটৰ পৰা এৰেষ্ট ৱাৰেণ্ট লৈ আহো।’

ভাৰ্গৱে হালদাৰৰ ওচৰলৈ গৈ কলে, ‘এখেত অসম চৰকাৰৰ পুলিচ বিভাগ তৰফৰ পৰা অভিযোগ আনিছে যে আপুনি আইন-বিৰুদ্ধ কামত লিপ্ত আছে। সেই সম্পৰ্কত আপোনাক কিছু প্ৰশ্ন কৰিবৰ আছে। অনুগ্ৰহ কৰি মোৰ লগত এয়াৰ-পোৰ্টৰ পুলিচ অফিচলৈ বলক।’



হালদাৰে অত্যন্ত নম্ৰভাৱে উত্তৰ দিলে, ‘আপোনালোকৰ লগত যাব পৰা হলে বৰ সুখ পালো হয়। কিন্তু মোৰ ফ্লাইটৰ বাবে পাচপোৰ্ট জমা দিয়া আছে। যি কোনো মুহূৰ্ত্তত মাতিব পাৰে।’

‘সেইটো পিচত হব। এতিয়া মোৰ লগত আহক।’ ভাৰ্গৱে অলপ হুটা মাতেৰেই কলে।

‘আপোনাৰ লগত যোৱা নোযোৱাটো সম্পূৰ্ণ মোৰ নিজৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। কিন্তু সঁচা কথা কৈছো, মোৰ সময় থকা হলে নিশ্চয় আপোনাৰ লগত গলো হয়।’ কৃষ্ণেন্দু হালদাৰে তাক শান্ত ভাৱে কলে।

‘তেনেহলে আপোনাক এৰেষ্ট কৰিবলৈ বাধ্য হম।’ ভাৰ্গৱে কৈ উঠিল।

‘আপুনি বোধহয় নেজানে মোৰ ডিপ্লোমেটিক পাচপোৰ্ট।’

‘ডিপ্লোমেটিক পাচপোৰ্ট!’ মই আৰু ভাৰ্গৱ দুয়ো দুয়োৰো মুখলৈ চালো। ঘটনাটোৱে যে এনেকুৱা পাক লব সপোনতো ভবা নাছিলো।

ডিপ্লোমেটিক পাচপোৰ্ট হোল্ডাৰ মানে বিদেশী দূতাবাসৰ কৰ্মচাৰী, ভাৰতীয় পুলিচৰ ক্ষমতাৰ বাহিৰত তেওঁক এৰেষ্ট কৰাটো।

তথাপিতো যিমান পাৰো ভদ্ৰভাৱে কলো, ‘আপোনাৰ পাচ-পোৰ্টখন দেখুৱাব নে অনুগ্ৰহ কৰি।’ তাক মই অকলে পালে তাৰ হাঁহি থকা মুখখন যেন থেতেলা কৰি দিলো হয়।

সি আকৌ কয়—‘নিশ্চয়, আহক মোৰ লগত।’

সি আমাক লগত লৈ গ'ল য'ত বাহিৰলৈ যোৱা যাত্ৰীবোৰৰ পাচপোৰ্টবোৰ জমা দিয়া হয়। পাচপোৰ্ট জমা লোৱা মানুহজনক কৈ হালদাৰে এখন পাচপোৰ্ট উলিয়াই দিলে।

পাচপোৰ্টখন এ. কে. আবাৰ নামত। ভিতৰত ফটোখন লগোৱা আছে কৃষ্ণেন্দু হালদাৰৰ।

মই সুধিলো, 'পাচপোৰ্টখন মিঃ আবাৰ নামতহে।'

'মোৰ উপাধি যেতিয়া আবা পাচপোৰ্টখন কাৰ নামত হব?' সি উত্তৰ দিলে।

'এই পাচপোৰ্টখন যে জাল নহয় তাৰ কি প্ৰমাণ?' মিঃ ভাৰ্গৱে সুধিলে।

'আপোনালোকক পাচপোৰ্ট অফিচাৰৰ তালৈ লৈ গলে প্ৰমাণ পাব।'

সি আৰু হাঁহি লুকাই ৰাখিব নোৱাৰিলে। পাচপোৰ্টখন লৈ আমি পালামৰ ইমিগ্ৰেশন আৰু পাচপোৰ্ট অফিচাৰৰ তালৈ গলো। তেখেতে পাচপোৰ্টখন পৰীক্ষা কৰি চাই কলে যে পাচপোৰ্টখন জাল নহয়। মোৰ আৰু কৰিবৰ একো নেথাকিল। পাচপোৰ্টখন ফিৰাই দি ক্ষমা খুজিলো।

বাহিৰলৈ ওলাই আহি খঙে দুখে নিজৰ চুলি চিগিবৰ মন গৈছিল। ভাৰ্গৱৰো একে অৱস্থা। দুয়ো চিফ পাচপোৰ্ট এণ্ড মিগ্ৰেশন অফিচাৰ মিঃ আয়াৰৰ তালৈ গলো। মিঃ আয়াৰ কলে যে আমাৰ অৱস্থা বুজি পাইছে যদিও তেখেতে ইয়াত কৰিব পৰা একো নাই। বৰ বেছি—মিনিষ্ট্ৰি অৱ এক্সটাৰ্ণেল এফেয়াৰ্চলৈ ঘটনাটো জনাই নোট এটি পঠিয়াব পাৰে।

ভাৰ্গৱে মোক জোৰ কৰি এয়াৰপোৰ্টৰ ৰেষ্টুৰেণ্টলৈ টানি লৈ গ'ল। চাহ খাই খাই মোক সান্তনা দিলে যে পুলিচ আৰু চিকাৰীৰ কপাল কেতিয়া ফুলে আৰু কেতিয়া ফুটে কোনেও কব নোৱাৰে। এবছৰ আগতে কেনেকৈ মানুহ এজনে এৰেষ্ট কৰিব গৈ দেখে যে মানুহজনৰ লগত বিদেশ মন্ত্ৰণালয়ৰ বহুতো উচ্চপদস্থ কৰ্মচাৰীৰ হলি-গলি—ইত্যাদি, ইত্যাদি। মই মনোযোগ দি শুনা নাই তাৰ কথাবোৰ। মনোযোগ দিব পৰা অৱস্থাও নাছিল। কিন্তু হঠাতে মনত পৰিল যে মোৰো এজন চিনাকি আছে ফৰেণ মিনিষ্ট্ৰিত—ৰামনাথ চৌধুৰী বোলা। এলাহাবাদত একেলগে



পঢ়িছিলো। সি ফৰেইন ছাৰ্ভিচ পৰীক্ষা পাচ কৰি লণ্ডন নে ক'ৰবাত আছিল। তাৰে পিচত তাৰ দিল্লীতে পোষ্টিং হোৱা বুলি মোক কোনোবাই কৈছিল।

ভাৰ্গৱক ৰেষ্টুৰেণ্টত এৰি মই টেলিফোন গাইড চাই ৰামনাথক ফোন কৰিলো। সি ঘৰতে আছিল; ফোনত তাক সকলো কথা কলো। সি সুধিলে, 'হালদাৰৰ প্লেন কেই বজাত এৰিব?' মই ফোনটো ওলোমাই থৈ ইণ্টাৰনেছনেল এয়াৰ-লাইনৰ পৰা খবৰটো লৈ আহি কলো যে, কৃষ্ণেন্দু হালদাৰ ওৰফে এ. কে. আবা কৰাচী, কাইৰো, জেনেভা হৈ লণ্ডনলৈ যোৱা প্লেনত টিকট কৰিছে। প্লেন ইমান পৰে দিল্লী এৰিবই লাগিছিল, কিন্তু প্লেনখন বেঙ্ককৰ পৰা অহাত পলম হোৱা কাৰণে দেড়ঘণ্টা মান পিচতহে বোধহয় ইয়াৰ পৰা ফ্লাই কৰিব।' ৰামনাথে কলে যে, সি নিজে পালামলৈ আহিব ধৰিছে। তালৈ যেন অপেক্ষা কৰোঁ গেটৰ ওচৰত।

তাৰ পিচৰ একঘণ্টা যে কেনেকৈ গ'ল কব নোৱাৰো। এবাৰ ওৱেটিং ৰুমলৈ যাওঁ হালদাৰে কি কৰিছে চাবলৈ, তাৰ পিচত আকৌ বাহিৰলৈ ওলাই চাওঁ ৰামনাথ আহিল নে নাই, আকৌ ওৱেটিং ৰুমলৈ যাওঁ। মোৰ পিচে পিচে ভাৰ্গৱো দৌৰি আছে। আমাৰ দুয়োৰো অৱস্থা একে।"

"অসমীয়াত যাকে কয় পোৱালি হেৰোৱা গাই।" কৈ উঠিল হাজৰিকাই।

"তাতকৈও বেয়া, ছাগলী পোৱালিৰ পিচত শিয়াল লাগিলে মাকৰ যিটো অৱস্থা হয় ঠিক তেনে। ইপিনে পাচপোৰ্ট আৰু কাষ্টম অফিচে হালদাৰ ওৰফে আবাক কাষ্টম বেৰিয়াৰ পাৰ কৰি দিলে। কৃষ্ণেন্দু হালদাৰে প্লেনত বহাৰ আগৰ ওৱেটিং ৰুম পালেগৈ। ভিতৰে ভিতৰে তাৰ নিশ্চয় হাঁহিত পেট ফুটি গৈছে। মুখত কিন্তু জীৱনৰ প্ৰতি গভীৰ বিতৃষ্ণা। শেষবাৰৰ বাবে বাহিৰলৈ

ওলাই চাওঁ যে, এখন ফোকছ-ওৱাগনৰ পৰা ৰামনাথ নামিছে। লগত এজন তাৰ মানুহ। হয় পাৰ্চী নহলে মধ্যপ্ৰাচ্যৰ। ৰামনাথ আগুৱাই আহি পৰিচয় কৰি দিলে—'এখেত মিষ্টাৰ ৰছিদ, দূতাবাসৰ ফাৰ্ষ্ট চেক্ৰেটাৰি আৰু এখেত মিষ্টাৰ বৰুৱা, পুলিচ অফিচাৰ।'

মিষ্টাৰ ৰছিদে ক'লে, 'মিষ্টাৰ চৌধুৰীয়ে মোক এটা বৰ আচৰিত খবৰ দিলে। কোনোবা এজন মানুহে হেনো দাবী কৰিছে আমাৰ দূতাবাসত কাম কৰে বুলি। কিন্তু মই জনাত আজি আমাৰ কোনো মানুহ ইণ্ডিয়া এৰাৰ কথা নাই। কৌতূহল দমাব নোৱাৰি নিজেই আহিলো। মানুহজন ক'ত? নে ইতি-পূৰ্বেই ফ্লাই কৰিছেই?'

'আমি যিজন মানুহক এৰেষ্ট কৰিব আহিছিলো, তেখেতে আপোনালোকৰ চৰকাৰৰ ডিপ্লোমেটিক পাচপোৰ্ট উলিয়াই দিলে জেপৰ পৰা। ভাগ্যে আপুনি ইমান কষ্ট কৰি আহিছে!' মই ক'লো।

আমি চাৰিওজনে আউট গেটত ওৱেটিং ৰুমলৈ গ'লো। হালদাৰে বহি কাগজখন পঢ়ি শেষ কৰিব ধৰিছে। দেখিলো হালদাৰ আৰু মিষ্টাৰ ৰছিদৰ চিনাকি নাই। ময়েই তেখেতক চকুৰ ইঙ্গিতত কৃষ্ণেন্দু হালদাৰক দেখুৱাই দিলো। মিষ্টাৰ ৰছিদ হালদাৰৰ ওচৰলৈ আগুৱাই গৈ ক'লে, 'ইণ্ডিয়ান পুলিচে কৈছে, আপুনি হেনো দাবী কৰিছে যে আপুনি আমাৰ দূতাবাসত কাম কৰে। কিন্তু আপোনাক তো মই আগতে দেখা নাই, আৰু এইটো বৰ আচৰিত কথা, কাৰণ মই দূতাবাসৰ ফাৰ্ষ্ট চেক্ৰেটাৰি।'

দেখিলো হালদাৰৰ আগৰ আত্মবিশ্বাসৰ কণা মাত্ৰও বাকী নাই। মানুহজনৰ যেন মুখতে হঠাতে কোনোবাই চৰ এটা সোধাই দিলে। তথাপি ক'লে, 'এইটো যে ভাৰতীয় পুলিচৰ চালাকি নহয় মই কেনেকৈ জানিম?'



'এইয়া লওক।' মিষ্টাৰ ৰছিদে কোটৰ ভিতৰৰ জেপৰ পৰা নিজৰ পাচপোৰ্টখন উলিয়াই হালদাৰৰ হাতত তুলি দিলে। হালদাৰে পাচপোৰ্ট খন নোখোলাকৈয়ে ফিৰাই দি নিমাত হৈ ঠিয় হৈ থাকিল।

'এতিয়া আপোনাৰ পাচপোৰ্টখন চাওঁ।' মিঃ ৰছিদে ক'লে। কৃষ্ণেন্দু হালদাৰৰ হাতখন যেন সীহৰ। লাহে লাহে জেপৰ ভিতৰত হাতখন সোমাই তাৰপৰা উলিয়ালে পাচপোৰ্টখন। তেতিয়াহে মোৰ চকুত পৰিল হালদাৰৰ হাতত পাচপোৰ্টখন দেখি ভাৰ্গৱে ইমান পৰ টোৱাই থকা ৰিভলবাৰটো জেপত ভৰাব ধৰিছে। আমাতকৈ চেণ্ট্ৰেল ইণ্টেলিজেন্সৰ অফিচাৰবোৰ দেখিলো বেছি হুচিয়াৰ। মই ভবাই নাছিলো হালদাৰ পাচ-পোৰ্টৰ সলনি জেপৰপৰা ৰিভলবাৰ উলিয়াব বুলি, ভাৰ্গৱ কিন্তু সাজু আছিল।

মিষ্টাৰ ৰছিদে হালদাৰৰ হাতৰ পৰা পাচপোৰ্টখন লৈ লাইটৰ তলত পাতবোৰ ওলোটাই চালে। মুখত তেখেতৰ এটা বিস্ময়ৰ ভাব ফুটি উঠিল। 'বৰ অদ্ভুত তো! ইমান ধুনীয়া জাল পাচ-পোৰ্ট মই জীৱনত দেখা নাই। নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰি। আনকি ছাপবোৰো হুবহু। ঠিক আছে, এতিয়াই ধৰা পৰি যাব। আপোনালোকৰ ইয়াতে ইনফ্ৰাৰেড্ লেম্প আছে?'

'পাচপোৰ্ট চেকিং অফিচত পাব। মই এতিয়া কণ্ট্ৰোল টাৱাৰত কৈ দিওঁ, লণ্ডন ফ্লাইট্ আৰু পোন্ধৰ মিনিট ধৰি ৰাখিব।' এইখিনি কৈয়ে মিষ্টাৰ ভাৰ্গৱে কণ্ট্ৰোল টাৱাৰত ফোন কৰাত লাগিল। ইতিমধ্যে চিফ পাচপোৰ্ট অফিচৰ মিষ্টাৰ নায়াৰও ওলাই আহিল নিজৰ ৰুমৰ পৰা। আমি আটাইবোৰ গলো ইনফ্ৰাৰেড্ লেম্প বিচাৰি।

ইনফ্ৰাৰেড্ লেম্পৰ তলত হালদাৰৰ পাচপোৰ্টখন ৰাখি মিষ্টাৰ ৰছিদে কৈ উঠিল—'মই যি ভাবিছিলো সেয়ে: পাচপোৰ্টখন

জাল। এই সৰু সৰু সেউজীয়া লাইনবোৰ দেখিছে ওপৰৰ কোণত, সেইবোৰ সেউজীয়া হৈয়েই আছে। এতিয়া মোৰ পাচপোৰ্টখন চাওক।' ইনফ্ৰাৰেড্ লেম্পৰ তলত সেউজীয়া লাইনবোৰ ব্ৰাউন হৈ গৈছে। মিষ্টাৰ ৰছিদৰ পাচপোৰ্টৰ আঁচবোৰো সঁচাকৈয়ে ৰং সলাইছে। কিন্তু হালদাৰৰ পাচপোৰ্টৰ ছপোৱা আঁচবোৰে ৰঙ নসলায়।

পাচপোৰ্ট অফিচাৰৰ ৰূমৰ পৰা ওলাই দেখো কৃষ্ণেন্দু হালদাৰৰ দুকাষে দুজন মানুহ থিয় দি আছে, আৰু ভাৰ্গৱে ইন্টাৰনেছনেল এয়াৰ-লাইনৰ মানুহক কৈছে এৰোপ্লেনৰ পৰা মিষ্টাৰ আবাৰ নামত জমা দিয়া চুট্‌কেছটো নমাই আনিবৰ বাবে। তাৰ পিচত হালদাৰক তেখেতে ক'লে—'মিষ্টাৰ হালদাৰ, আপোনাক জাল পাচপোৰ্টৰ সহায়ত ভাৰত এৰি যাব কৰা প্ৰচেষ্টাৰ বাবে গ্ৰেপ্তাৰ কৰা হ'ল। আপোনাক আইন মতে সাৱধান কৰি দিছো, আপুনি এতিয়া যি কয় সকলো আদালতত আপোনাৰ বিপক্ষে ব্যৱহাৰ কৰিব পৰা যাব। আপুনি ইচ্ছা কৰিলে মনে মনে থাকিব পাৰে বা আপোনাৰ উকিলক খবৰ দিব পাৰে।'

'মই কোনো হালদাৰক চিনি নেপাওঁ। আপোনালোকে ইয়াৰ ফল পাব। আমাৰ গৱৰ্ণমেণ্টৰ আগত আপোনালোকে জবাব দিব লাগিব।' হালদাৰে ক'লে হয় কিন্তু বুজা গ'ল তাৰ ফোপনিৰ আঁৰত বিষ নাই। ইতিমধ্যে তাৰ চুট্‌কেছ কেটা নমাই আনি তাৰ সম্মুখতে চিল মাৰি বাজেয়াপ্ত কৰা হ'ল। তাৰ পিচত মিষ্টাৰ ভাৰ্গৱে তাক লৈ গ'ল মেক্সিমাম চিকুৰিটি জেললৈ। যাবৰ সময়ত কৈ গ'ল যে শ্বিলঙলৈ তেওঁ খবৰ পঠিয়াব।' "

"মই কালি ওৱাৰলেছ এখন পাইছো দিল্লীৰ পৰা। হালদাৰৰ নামত আৰু কেইবাটাও কেছ আছে, ভাৰতৰ ভিন্ ভিন্ ঠাইত। প্ৰাথমিক এনকোৱাৰি হৈ গলে দিল্লীৰ পুলিচে তাক ইয়ালৈ পঠিয়াই দিব মাৰ্ডাৰ চাৰ্জ ফেচ কৰিবৰ বাবে।" মিষ্টাৰ নাৰায়ণে কলে।



"মই কিন্তু এটা কথা বুজি নেপালো।" হাজৰিকাই কৈ উঠিল, "পালামত থকা পাচপোৰ্ট অফিচাৰেনো এখন জাল পাচপোৰ্ট ধৰিব নোৱাৰিলেনে, বিশেষকৈ তেখেতক যেতিয়া কোৱা হৈছে যে, পাচপোৰ্টখন সন্দেহজনক।"

"ময়ো সেইটো কথা ভাবিছিলো, আচল কথাটো পিচতহে গম পালো। মিষ্টাৰ ৰছিদক এস্কেছিত নমাই দিয়াৰ পিচত ৰামনাথে মোক তাৰ ঘৰলৈ লৈ গ'ল। ৰাতি ভাত খোৱাৰ সময়ত সি কয়—'এয়েই হৈছে ডিপ্লোমেছি। পিচ পিনৰ পৰা নিজৰ মাকৰ পিঠিতো ছুৰী মাৰিব পাৰি। কিন্তু সন্মুখৰ পৰা বাটত পৰি থকা পইচা এটাও তুলি লব নোৱাৰি। কথাটো হৈছে, মিষ্টাৰ ৰছিদৰ দেশ আৰু হালদাৰৰ দেশৰ মাজত চুক্তি আছে যে, দুয়োখন দেশে দৰ্কাৰ হলে আনখন দেশৰ চোৰাংচোৱাক সহায় কৰিব ; বিশেষকৈ ভাৰতবৰ্ষত কাম চলাওঁতে মই যেতিয়া এস্কেছিলৈ গৈ মিষ্টাৰ ৰছিদক লগ ধৰিলো তাৰ গৰম কি চাবি! মোক কয় পাচপোৰ্ট যেতিয়া আমাৰ, মানুহ জনো আমাৰ। আৰু যিহেতু মানুহজনৰ ডিপ্লোমেটিক পাচপোৰ্ট আছে, তেখেতক কোনো ৰকমে এৰেষ্ট কৰিব নোৱাৰে। মই তেতিয়া ৰছিদক ওলোটা পিনৰপৰা চাপ দিলো। কলো, 'আপোনালোকে স্বীকাৰ কৰে যে, চোৰাংচোৱাজন আপোনালোকৰ দূতাবাসৰ কৰ্মচাৰী। তেনেহলে আমি কালি ভাৰতৰ গোটেইবোৰ কাগজতে ছপাই দিম যে, আপোনালোকৰ দূতাবাসৰ কৰ্মচাৰীয়ে ভাৰতত চোৰাংচোৱাৰ কাম কৰে।' সি কয় 'আপোনাৰ যি ইচ্ছা তাকে ছপাই দিয়ক। ভাৰতীয় কাগজত কি লিখে সেইলৈ মোৰ মূৰ ঘিযোৱাৰ সময় নাই।' মই কওঁ 'আপুনি পাহৰি নেযাব, এই মাহৰ শেষত আপোনালোকৰ বাণিজ্যমন্ত্ৰী অহাৰ কথা আছে দিল্লীলৈ, আৰু মন্ত্ৰী মহাশয়ৰ সন্মুখতে ভাৰত চৰকাৰে আপোনালোকৰ দেশৰপৰা দহ কৌটি টকা মূল্যৰ খাৰুৱা তেল কিনাৰ কথাটো পকা কৰিব। এতিয়া এনেকুৱা এটা খবৰ

ওলাই গলে আমাৰ বাণিজ্যমন্ত্ৰীৰ সাহস নহয় ইমান সোনকালে আপোনালোকৰ দেশৰ পৰা খাৰুৱা তেল কিনাৰ চুক্তি-পত্ৰত চহী কৰাৰ। পাৰ্লামেণ্টত তেখেতৰ চাল-বাকলি চেলাই লব এম. পি-বোৰে।' ক'ত দহকোটি টকা, ক'ত এটা ধৰা পৰা চোৰাংচোৱা, সিও আন দেশৰ। ৰছিদে লগে লগে ৰাজি হ'ল ইয়াক ধৰাই দিবৰ বাবে।'

'কিন্তু পাচপোর্ট অফিচাৰে কিয় ধৰিব নোৱাৰিলে যে, পাচপোর্টখন জাল ?' মই সুধিলো। সি কয়—'পাচপোর্ট অফিচাৰে ধৰিব কেনেকৈ ? পাচপোর্টখন জাল হলেহে। পাচপোর্টখন আচলতে ৰছিদহঁতৰ এম্বেছিয়ে দিছে। কিন্তু টানত পৰিলে যাতে দোষটো আনৰ কান্ধতে পেলাব পাৰে সেইবাবে অকমান তফাৎ ৰাখিছে, আচল আৰু মিছা পাচপোর্টৰ মাজত। মই বাজী ৰাখিব পাৰো ৰছিদহঁতৰ এম্বেছিৰে দুই তিনিজন উচ্চপদস্থ কৰ্মচাৰীৰ বাদে আন কোনেও নেজানে এই সামান্য তফাৎ খিনি।'"

"বাৰু বৰুৱা, আপুনি মোক ৰিপোর্ট এটি লিখি দিয়ক, আজি-কালিৰ ভিতৰতে চিফ্-মিনিষ্টাৰক কথাখিনি থোৰতে জনাই থব লাগিব। কাৰণ, এচেম্বলিত প্ৰশ্ন উঠিব পাৰে। এতিয়া মিষ্টাৰ হাজৰিকাই আমাক কব কেনেকৈ নো তেখেতে কৃষ্ণেন্দু হালদাৰক সন্দেহ কৰিলে। সিদিনা দেখিলো আপুনি বৰ মনোযোগেৰে কনক গোস্বামীৰ জোতাপাত চালে আৰু পিচতে কৃষ্ণেন্দু হালদাৰক এৰেষ্ট কৰিব কলে। জোতাপাততে কিবা ৰহস্য আছিল নেকি ?" মিষ্টাৰ নাৰায়ণে সুধিলে।

"নাই চাৰ।" হাজৰিকাই অলপ লাজ লাজকৈয়ে কলে, "জোতাপাত দেখি মোৰ পুৰণি ঘটনা এটা মনত পৰি গ'ল। আপুনি মোক এটা কথা চাৰ কওক—কৃষ্ণেন্দু হালদাৰ সম্পৰ্কে আমাৰ ইণ্টেলিজেন্সে কি জানে ?"



"কৃষ্ণেন্দু হালদাৰৰ আচল নাম যে কি, আমি উলিয়াব পৰা নাই। এতিয়ালৈকে তিনিটা নাম পাইছো। তাৰে দুটা হিন্দু, এটা মুছলমান। পঞ্চাছ চনৰ পৰাই সি বিভিন্ন ঠাইত নানান অপৰাধমূলক আৰু চোৰাংচোৱা কামত লিপ্ত। শ্বিলঙত সি আছে যোৱা তিনি বছৰ মানৰপৰা। আমি খবৰ পাইছিলো শ্বিলঙত এটা দল আছে, যাৰ কাম বিদেশৰপৰা বিদ্ৰোহীসকলৰ বাবে চোৰাংকৈ অস্ত্ৰ-শস্ত্ৰ আমদানি কৰা। আমাৰ ইন্‌ফৰমাৰে এইটো খবৰো আনিছিল যে এই দলটোৰ পৰিচালক জন বিশেষ ভাৱে পঠোৱা বিদেশী, কিন্তু তাৰ বেছি আৰু আমি একো খবৰ যোগাৰ কৰিব পৰা নাছিলো আপুনি কৃষ্ণেন্দু হালদাৰক এৰেষ্ট কৰিব দিয়াৰ আগলৈকে। এতিয়া আপোনাৰ কথাখিনি কওক।"

"হালদাৰক আমি প্ৰথমেই সন্দেহ কৰিব লাগিছিল। কাৰণ, কনক গোস্বামীয়ে যে, সিদিনা কাগজ-পত্ৰ লগত লৈ আহিছিল তাক জানে মাত্ৰ সেই কেইজন মানুহে যি কেইজন সিদিনা ক্লাৱত আমাৰ লগত আছিল। তাৰ মানে মই, আমাৰ ডি. এচ্. পি. পৱন শৰ্মা আৰু কৃষ্ণেন্দু হালদাৰ। বিদেশী চোৰাংচোৱা মানে সাধাৰণতে উৰি আহি জুৰি বহা মানুহ। আমাৰ মাজতে তেনে মানুহ আছিল কৃষ্ণেন্দু হালদাৰ। তাৰোপৰি হালদাৰে বহু দিনৰ পৰাই কৌতূহল প্ৰকাশ কৰি আছিল গোস্বামীৰ কাম সম্পৰ্কে। আনকি এদিনাখন মোৰ সন্মুখতে সুধিছিল কথাটো।

"কিন্তু মানুহৰ মনটো চাৰ পোন বাটেৰে নেযায়। কনক গোস্বামীৰ জোতাপাত বৰুৱাৰ গাড়ীত পৰি যোৱা দেখি মোৰ মনত পৰিল হৰিচৰণ ভট্টাচাৰ্য্য নামৰ কিছুদিন আগতে খুন হোৱা কেৰাণীজনৰ কথা। হৰিচৰণ ভট্টাচাৰ্য্যৰ পাম্পচুৰ এপাত ভৰিত আছিল কিন্তু আনপাত আছিল বাটটোৰ আনটো পাৰত, বেছ কেইহাতমান দূৰত। তাৰোপৰি ছাতিটোও জপোৱা পোৱা গৈছে। তেখেত খুন হোৱাৰ সময়ত শ্বিলঙত ধাৰাষাৰে বৰষুণ। ইপিনে

তেখেতে আঘাত পাইছে পিচ মূৰত। ছাতি লৈ যোৱা মানুহ এজনৰ মূৰত আঘাত কৰিব লাগিলে আগতে ঠেলা মাৰি ছাতিটো একাষৰীয়া কৰি লব লাগিব। তাৰ মানে মূৰৰ পিচ ফালতকৈ কাষত বা আগ ফালে আঘাত পোৱাৰ সম্ভাৱনা বেছি। কাৰণ, ছাতিটো ঠেলা মাৰিলেই মানুহজনে ফিৰি চোৱাৰ চেষ্টা কৰিব। আনহাতে ছাতিটো আছিল বন্ধ। হাতত ছাতি থাকোতে কোনেও, বিশেষকৈ বুঢ়া মানুহে ছাতি বন্ধ কৰি অহেতুক বৰষুণত নিভিজে। দ্বিতীয় সম্ভাৱনা হ'ল তেখেতে আহিছিল গাড়ীত। এবাৰ গাড়ীত অহা বুলি ধৰি ললেই বাদ বাকী সহজ হৈ যায়। বুঢ়া হৰিচৰণ ভট্টাচাৰ্য্যৰ মূৰত বেঞ্চ বা তেনে কিবা গধুৰ বস্তুৰে একোব দিলেই যথেষ্ট। তাৰ পিচত নিৰ্জন ঠাই এটুকুৰাত গাড়ীখন ৰাখি গাড়ীৰ পৰা আনি বাহিৰলৈ উলিয়াই বাটৰপৰা পেলাই দিলেই হ'ল। হালদাৰে তাকেই কৰিলে, কিন্তু তাৰ পিচত গাড়ী ষ্টাৰ্ট দিব আহি দেখে যে, ছাতিটো আৰু জোতা এপাত গাড়ীতে ৰৈ গ'ল। কোনে আৰু কষ্ট কৰি মৰা মানুহক জোতা পিন্ধাব যাব? খিৰিকীৰে দলিয়াই দিলে—হৰিচৰণ ভট্টাচাৰ্য্যক লক্ষ্য কৰি। ছাটিতো ওচৰতে পৰিল, কিন্তু জোতাপাত দলিয়াওঁতে ভুল হ'ল। আনখন খিৰিকীৰে দলিয়ালে। তাৰ ফলতে বাটৰ ওলোটা পিনে পৰিল। কৃষ্ণেন্দু হালদাৰৰ গাড়ীখনেই দেখিছিল সিদিনা-খন জেকব বোলা গুণ্ডাটোৱে, আৰু অলপ পিচত অহা হলে সি হৰিচৰণ ভট্টাচাৰ্য্যক হালদাৰৰ গাড়ীত বহাও দেখা পালে-হেঁতেন। বেচেৰা বুঢ়া মানুহ জনে কল্পনাই কৰিব পৰা নাছিল যে, বৰষুণ বতৰত দয়া কৰি ঘৰত থৈ আহিব ওলোৱা মানুহ জনেই তেখেতৰ যম।

"এতিয়া কথা হৈছে কৃষ্ণেন্দু হালদাৰে হৰিচৰণ ভট্টাচাৰ্য্যক খুন কৰিলে কিয়? তাৰ কাৰণো হালদাৰ নিজ মুখেই ক্লাৱত কৈ দিছিল। অকল মই তেতিয়া মন নকৰিলো। কৃষ্ণেন্দু হালদাৰ



আৰু যোগেশ চৰকাৰ, যি জন মানুহ কেৱল সিন্হানিয়াৰ কেচত প্ৰধান সাক্ষী, দুয়োজন আহিছে একেখন গাৱঁৰ পৰা। জিলা ফৰিদপুৰ, গাওঁ বড় ইদ্ৰিচপুৰ, দুয়োজনৰে প্ৰায় একে বয়স। দুয়োজনেই গৈছে হৰিচৰণ ভট্টাচাৰ্য্যৰ তালৈ ছাৰ্টিফিকেট বিচাৰি। দুয়োজন একেটা কোঠাতে বহি আছে, কিন্তু ইজনে সিজনক নিচিনে। কথাটো হৰিচৰণ ভট্টাচাৰ্য্যৰ আচহুৱা লগাটো স্বাভাৱিক। দহ-বাৰ বছৰ পিচত লগ পালে একে গাওঁৰে দুজন সমবয়সী মানুহৰ কথাৰ শেষ নহয়, আৰু এওঁলোক ইজনে সিজনক চিনি নেপায়। তাৰ মানে এজন জাল। আমাৰ পুৰণি অভ্যাস মতে যিজনে লেতেৰা কাপোৰ পিন্ধিছে সেই জনেই চোৰ ভাবি হৰিচৰণ ভট্টাচাৰ্য্যই সন্দেহ কৰিলে যোগেশ চৰকাৰক। কিন্তু আচলতে কৃষ্ণেন্দু হালদাৰ হ'ল জাল। যোগেশ চৰকাৰক সুধিলে জানিব পাৰিব তাৰ লগত ভাৰতলৈ অহা ত্ৰিকুলত কোনো আত্মীয় নথকা কানাইৰ আচল নাম কৃষ্ণেন্দু হালদাৰ। আচল কৃষ্ণেন্দু হালদাৰ ঢুকাল শিয়ালদহ ষ্টেচনত। তাৰ লাচ পৰ্য্যন্ত চিনাক্তকৰণ নহ'ল। কিন্তু সিপক্ষত ঠিকেই খবৰ পাইছে আচল কৃষ্ণেন্দু হালদাৰৰ মৃত্যুৰ কথা। পুৱা কৃষ্ণেন্দু হালদাৰ আহি ওলাল শ্বিলং, ভাৰত চৰকাৰৰ বিৰুদ্ধে চক্ৰান্ত কৰিবৰ বাবে। এনে সময়ত হালদাৰক এটি কাম দিলে—গোস্বামীয়ে কি কৰিছে তাৰে খবৰ লবলৈ। আটাইতকৈ সহজ উপায় হ'ল কণ্ট্ৰেক্টৰ হিচাবে খবৰ লোৱাটো। কিন্তু তাৰ বাবে লাগে ছাৰ্টিফিকেট। গৌৰী অধিকাৰীয়ে কথা দিলে ছাৰ্টিফিকেট দিম বুলি। বাদ লগালে বুঢ়া হৰিচৰণ ভট্টাচাৰ্য্যই পুলিচ এন্কোৱাৰিৰ কথা তুলি। পুলিচে এবাৰ এন্কোৱাৰি আৰম্ভ কৰিলে হালদাৰে শ্বিলং এৰিব লাগিব। তাৰ মানে তিনি বছৰৰ কষ্ট অথলে যাব। একমাত্ৰ কাঁইট হ'ল হৰিচৰণ ভট্টাচাৰ্য্য। প্ৰথম সুযোগতে কৃষ্ণেন্দু হালদাৰে তেখেতক বাটৰ পৰাই গুচাই দিলে। কিন্তু কনক

গোস্বামীৰ হাতৰ পৰা বেগ কাঢ়ি নিয়াটো যিমানদূৰ সম্ভৱ পূৰ্ব-পৰিকল্পিত নহয়। সিদিনাখন ৰাতি ক্লাৱত জানিব পাৰিলে যে, বেগটোত সেই দৰ্কাৰী কাগজ-পত্ৰবোৰ আছে যাৰ আশাত আজি ছ-মাহ ধৰি ঘূৰি ফুৰিছে হালদাৰে অফিচে অফিচে। হাতৰ লক্ষ্মী ভৰিৰে ঠেলিব নেপায় বুলিয়েই সি আগতেই গৈ গোস্বামীৰ গেটৰ ওচৰত খাপ লৈ আছিল, আৰু খৱ-খেদাকৈ কৰা কাম বাবেই সি তেনেকৈ ৰাতি ৰাতি পলাব লগা হ'ল আৰু অৱশেষত ধৰা পৰিল। মই কিন্তু তাৰ সকলো দোষ ক্ষমা কৰি দিছো এটা কথাৰ বাবে। তাৰ বাবেই ধৰা পৰিল কেৱলৰাম সিন্‌হানিয়া। মানুহে যিয়ে নকওক ঈশ্বৰ আছে।"

"ঈশ্বৰ ইয়াত কি কাৰণে? সিন্‌হানিয়াক এৰেষ্ট কৰালে আপুনি।" মিষ্টাৰ নাৰায়ণে আৰু কিবা কব খুজিছিল। কিন্তু এনেতে চাপ্ৰাচীজনে সোমাই আহি তেখেতৰ সন্মুখত শ্লিপ এখন থলে। শ্লিপখন চাই মিষ্টাৰ নাৰায়ণে কলে, "আহিব দে—"

হাতত এখন খবৰৰ কাগজ লৈ সোমাই আহিল কনক গোস্বামী। টুপিটো খোলাত দেখা গ'ল, মূৰৰ বাওঁপিনে নগদ টকা এটাৰ মান্ ঠাইত প্লাষ্টাৰৰ সহায়ত তুলা লগাই থোৱা আছে। গোস্বামীয়ে টুপিটো ওলোমাই থৈ কলে মিষ্টাৰ নাৰায়ণক লক্ষ্য কৰি, "মই বৰুৱাক লগ পাব আহিছিলো, তাত কলে যে, সি আপোনাৰ ৰুমত আছে। আজিৰ কাগজখন দেখিছে নে নাই আপোনালোকে?"

"কিবা খবৰ আছে নেকি?" সুধিলে মিষ্টাৰ নাৰায়ণে।

"এই যে প্ৰথম পাততে তলৰ পিনে।" গোস্বামীয়ে কাগজখন মেলি ধৰিলে। তাত ডাঙৰ আখৰেৰে লিখা—'অসমীয়া পুলিচ বিষয়াৰ বিশেষ কৃতিত্ব।' তাৰ পিচত মজলীয়া আখৰৰে লিখা—দিল্লীৰ পালাম্ হাৱাই আড্ডাত বিখ্যাত আন্তৰ্জাতিক চোৰাংচোৱা গ্ৰেপ্তাৰ, আৰু তাৰে কাষৰ কলমত সৰু সৰু আখৰেৰে লিখা



—হত্যাৰ দায়ত উজনী অসমৰ প্ৰসিদ্ধ ব্যৱসায়ী কেৱলৰাম সিন্‌হানিয়াক গ্ৰেপ্তাৰ।"

"এতিয়া শেষৰ পিঠিতো চাওকচোন।" ৰবীন হাজৰিকাই কাগজখন লুটিয়াই দিলে। শেষ পিঠিৰ মাজমানত সৰু সৰু আখৰৰে লিখা—'আৰু এটি অমীমাংসিত হত্যা'। (আমাৰ নিজস্ব সংবাদদাতা) আজি কেমাহমানৰপৰা শ্বিলং নগৰীত চোৰ, ডকাইত, গুণ্ডা আৰু মদপীৰ প্ৰাদুৰ্ভাব বাৰুকৈয়ে লক্ষ্য কৰিব পৰা হৈছে। তীৰ খেলত এনেয়ে বহুলোক সৰ্বস্বান্ত হৈছে। তাৰোপৰি বাটে-ঘাটে কৰা ডকাইতিৰ সংখ্যাও বাঢ়ি গৈছে। যোৱাকালি সন্ধিয়া মৌলাই অঞ্চলত কেজন দুৰ্বৃত্তই দুজন বাটৰুৱাক মাৰধৰ কৰি পইচা, হাতঘড়ী আঙঠিটো কাঢ়ি নিছেই, আনকি গাৰপৰা কোট-পেণ্টটোও খুলি নিছে। আজি কিছুদিন আগতে অফিচৰপৰা ফিৰাৰ সময়ত হৰিচৰণ ভট্টাচাৰ্য্য নামৰ বৃদ্ধ ভদ্ৰলোক এজনক হত্যা কৰি কোনোবা দুৰ্বৃত্তই যথাসৰ্বস্ব লৈ গৈছে। আমাৰ বিশেষ সংবাদদাতাই বাতৰি দিছে যে, এতিয়ালৈকে শ্বিলং পুলিচে দোষীক গ্ৰেপ্তাৰ কৰিব পৰা নাই।"

"আপুনি বিশেষ সংবাদদাতাৰ কাণ মোহাৰি দিয়কগৈ।" গোস্বামীয়ে হাজৰিকাক বুধি দিলে।

"কেনেকৈ কাণ মোহাৰিব? বিশেষ সংবাদদাতাই লিখিছে 'দোষী' আৰু আদালতত প্ৰমাণ নোহোৱাকৈ কোনোৰে দোষী নহয়। আমাৰ হাতত যিখিনি সাক্ষ্য প্ৰমাণ আছে তাৰে খুনৰ কেচ প্ৰমাণ হয়নে নহয় ঠিক নাই। কিন্তু আপোনাৰ মূৰত কোব মৰাৰ ফল সি পাব। তাৰ ওপৰত তিনিশ সাতধাৰাৰ কেচ এটাও আনিছো।"

"আচ্ছা গোস্বামী"—মিষ্টাৰ নাৰায়ণে সুধিলে, "যদি বৰ গোপনীয় নহয়—আপোনাৰ বেগটোত বাৰু কি মূল্যবান কাগজ-পত্ৰ আছিল যাৰ বাবে ইমানবোৰ ঘটনা ঘটি গ'ল?"

"কাগজ-পত্ৰ আছিল, কিন্তু মূল্যবান কাগজ-পত্ৰ নাছিল। মই শেষ ৰিপোৰ্টটো লিখিছিলো যে, সীমান্ত অঞ্চলত খনি খুলিব পৰাকৈ যথেষ্ট তেজস্ক্ৰিয় পদাৰ্থ নাই। এতেকে খবৰটো কাগজত ছপাই দিব পাৰি।"

"কেৱলৰাম সিন্‌হানিয়াৰ ফাঁচি হলে গগৈ মাষ্টৰৰ বিধবাই কিছু শান্তি পাব। যিয়েই নকওক ঈশ্বৰ আছে।" ৰবীন হাজৰিকাই শেষ কৰিলে কথাখিনি।

---